"BATKATIA" is a historical book written by Nripen Phukan and published by Jonali Publication, Buwalguri, Bogolijan, Lakhimpur Assam and printed at Sri Krishna Offset Printers, Dhemaji. Price Rs 110 only.

প্ৰকাশক : জোনালী প্ৰকাশনৰ হৈ নৃপেন ফুকনৰ দ্বাৰা প্ৰকাশিত।
বোৱালগুৰি
ডাক - বগলীজান
লক্ষীমপুৰ, অসম-৭৮৭০০১
ফোন নং - ৮০১১৮৫৮৫৭৮, ৯৫০৮১০৮৩৯২
e-mail- nripenphukannp@gmail.com

প্ৰথম প্ৰকাশ : ১৮ জুন ২০১৫



অক্ষৰ বিন্যাস : মুনমী গগৈ চমুৱা।

বেটুপাত : মুন কম্পিউটাৰ (ধেমাজি চাৰিআলি)

অৱিহ্না : ১১০ টকা

মুদ্ৰক : শ্ৰী কৃষ্ণ অফছেট প্ৰিন্টাৰ্ছ ধেমাজি।
ফোন নং : ৯৫০৮১৬৪৬৫১, ৯৮৫৯৯৩৫৬৩১, ৯৭০৭০৪৪১৭২

# শুভাশীঁস্

"বাটকটীয়া" গ্ৰন্থখনিৰ পাণ্ডুলিপিত চকু ফুৰালোঁ। নতুন লেখকৰ নতুন প্ৰয়াস। নতুন প্ৰজন্মৰ প্ৰতি নতুন আহ্বান, নতুন চিন্তা আৰু আধ্যাত্মিক ধ্যান-ধাৰণাৰে জীৱন গঢ়াৰ প্ৰথম পথ। এই পৰম পথৰ যোগেদি ইতিহাস গৰকি থকা চাংমাই গাওঁ আৰু বগলীজান অঞ্চলটোৰ, বংশৰ বংশাৱলী, পূৰ্ব্বপুৰুষ সকলৰ কৰ্মৰ যোগেদি যি ধৰণেৰে বাস কৰিছিল লগতে নতুন প্ৰজন্মক বৰ্তমান যুগৰ লগত খাপ খুৱাই কেনেকৈ আগবাঢ়ি যাব পাৰি সেই বিষয়ে চিন্তা কৰি ইতিহাস ভাগি প্ৰস্তুত কৰা কামটো শ্ৰীমান নৃপেন ফুকনে যি ভাৱে হাতত লৈছে সেই ভাগ বৰ প্ৰশংসনীয় হৈছে। চাংমাই গাঁৱৰ ইতিহাস ভাগি নিতিতিলে নুপুৰিলে যুগজয়ী হ'ব। নিকা,শুদ্ধ আৰু ভক্তি সমাজ বিচাৰি তোমাৰ মনত যিয়েই খেলায় আগলৈ তাকেই লিখিবা। লক্ষ্য আৰু উদ্দেশ্য দুয়োকো শলাগ লৈছোঁ। তোমাৰ সুদক্ষ লেখনিৰ পৰা নতুন আশাৰ ৰেঙণি দেখিবলৈ পাইছো। শুভাশীঁস্ ৰাখিলো,গুৰুজনাই কৃপা কৰক।

ৰসৰাম তামুলী বৰুৱা
অৱসৰপ্ৰাপ্ত জিলা কৃষি বিষয়া,
বোৱালগুৰি,লক্ষীমপুৰ,অসম।



## উৎসৰ্গা

"পিতা ধৰ্মঃ পিতা স্বৰ্গঃ পিতাহি পৰমং তপঃ।
পিতৰি প্ৰীতিমাপন্নে প্ৰিয়ন্তে সৰ্ব দেৱতাঃ"।।

আমাৰ স্বৰ্গীয় পিতৃদেৱতা ৰামেশ্বৰ ফুকন সমন্বিতে যি সকলৰ মহান আত্মাই বগলীজান অঞ্চলত তেখেতলোকৰ অৱদান এৰি থৈ গ'ল,

সেই পথ প্ৰদৰ্শক পিতৃ-পুৰুষৰ চৰণ কমলত 'বাটকটীয়া' পুথিখনি উৎসৰ্গা কৰিলোঁ।

## শ্ৰদ্ধাঞ্জলি

"জননী জন্মভূমিশ্বঃ স্বৰ্গাদপি গৰিয়সী"

আছে নেকি মোৰ এই মৰতত,
অতিকে আপোন আই?
ওৰেতো জীৱন কৰিলো চলাথ,
বিচাৰি পাবলৈ নাই।
পাম ক'ত আৰু তোমাৰ দৰে
চেনেহী আই মোৰ,
তোমাৰ হিয়াৰ চেনেহে আজিও
স্মৃতি কৰে মধুৰ।

মোৰ জন্মদাতৃ আই পটেশ্বৰী ফুকন সমন্বিতে যি সকল মাতৃয়ে তেওঁলোকৰ অতুলনীয় অৱদান দি থৈ গ'ল,

সেই প্ৰেৰণাদায়িনী মাতৃ সকলক মোৰ 'বাটকটীয়া'ৰে শ্ৰদ্ধাঞ্জলি নিবেদিছোঁ।



কৃষ্ণকান্ত বৰা

সভাপতি

ফোন : ৯৮৫৯১৬৯৭৭৩


" চিৰ চেনেহী মোৰ ভাষা জননী"

# লক্ষীমপুৰ জিলা সাহিত্য সভা

সাহিত্য সভা ভৱন, উত্তৰ লক্ষীমপুৰ




বিপুল শৰ্মা বৰুৱা

সম্পাদক

ফোন : ৯৮৫৯১৫০৬৩৬


---

প্ৰাসংগিক চিন্তা -

লিখকলৈ যৎকিঞ্চিত।

উত্তৰ লক্ষীমপুৰ চহৰৰ সমীপৰ নলকটা বোৰাগেগুৰিৰ নিবাসী শ্ৰী নৃপেন যুকনে পাঠকলৈ আগবঢ়োৱা অন্য এক তথ্য সম্বলিত বুৰঞ্জীমূলক পুথি, "বাটকটীয়া"। সাহিত্যৰ এক বিশেষ অংগ হৈছে বুৰঞ্জী। ই এটা জাতিৰ দাপোণ ৰূপেও পৰিচিত। লেখকে বটকটীয়া পুঁথিখনৰ দ্বাৰা সমগ্ৰ বগলীজান অঞ্চলটিৰ বিভিন্ন তথ্য, বাস্তৱ ছবি অংকিত কৰি গ্ৰন্থখনত সন্নিবিষ্ট কৰা দেখা গৈছে। লগতে আৰু বহুতো প্ৰয়োজনীয় লেখাৰে গ্ৰন্থখনি সমৃদ্ধ কৰিছে। তেওঁৰ লেখনীৰ সাৱলীল ভাষা, যথোচিত শব্দৰ ব্যৱহাৰ আৰু সৰল প্ৰকাশ ভঙ্গীয়ে পাঠক আৰু নৱ প্ৰজন্মৰ মনত খোৰাক যোগাব বুলি বিবেচনা কৰা হৈছে।

শ্ৰী যুকনৰ পৰিয়াল আমাৰ অতি পৰিচিত। এগৰাকী সৎ পিতৃ স্বৰ্গীয় ৰামেশ্বৰ যুকনৰ সুযোগ্য পুত্ৰ শ্ৰী নৃপেন যুকনৰ কলম অব্যাহত ৰখাৰ কামনাই সিদ্ধি লাভ কৰক। ৰাইজে পুথিখনি আঁকোৱালি ল'লে, পুথিখনৰ দ্বাৰা প্ৰত্যেক্ষ সংযোগ, জ্ঞান আৰু দুৰদৃষ্টি লাভ কৰি পাঠক সকল উপকৃত হ'লে লেখকৰ প্ৰচেষ্টা আৰু পৰিশ্ৰম সাৰ্থক হ'ব।

শ্ৰী যুকনৰ প্ৰচেষ্টালৈ অবুৰন্ত শুভকামনাৰে .....

শ্ৰী বিপুল শৰ্মা বৰুৱা

সম্পাদক

[redacted]

[redacted] ২০২৫

# আগকথা

সমগ্ৰ বগলীজান অঞ্চলৰ শ্ৰদ্ধাভাজন ৰাইজক জয়জয়তে নমস্কাৰ জনাইছোঁ আৰু লগতে দু-আষাৰ কথা কৈ থ'ব বিচাৰিছোঁ। আমি কোনো বুৰঞ্জীবিদ নহয়। ভাষা-সাহিত্যৰ জ্ঞানো আমাৰ নিচেই সীমিত। অন্যহাতে আমাৰ তেনে কোনো অৰ্হতা বা বিশ্ববিদ্যালয়ৰ ডিগ্ৰী আদিও নাই। তথাপিও আমাৰ মনৰ ভিতৰত খু-দুৰাই থকা কিছুমান কথা লিপিবদ্ধ কৰিবলৈ মন যায়। মাজে সময়ে দুই এখন আলোচনীত প্ৰবন্ধ আৰু কবিতা প্ৰকাশ হোৱাৰ বাহিৰে অন্য কোনো লেখনিয়ে কিতাপৰ ৰূপ পোৱা নাছিল। সেয়েহে সমগ্ৰ বগলীজান অঞ্চলৰ ইতিবৃত্ত যুগুতাই এখনি পুথি ৰূপে "বাটকটীয়া" ৰ জন্ম দিয়াৰ বেদনাত ভুগিলো। আশা ৰাখিছোঁ আমাৰ এই প্ৰথম সন্তানটিক ৰাইজে আদৰি ল'ব।

বাটকটীয়া পুথি খনি আনুমানিক তথ্যভিত্তিক আৰু পূৰ্বপুৰুষৰ পৰা মুখ বাগৰি অহা কথাৰে সমৃদ্ধ। যিহেতু নজনা কথাৰ ভঁৰাল মানেই বুৰঞ্জী, তেনেস্থলত আমাৰ পিতৃ-মাতৃয়ে কৈ যোৱা কথাবোৰো এক প্ৰকাৰ বুৰঞ্জীয়ে নহয় জানো ? আজিলৈকে যিমানবিলাক বুৰঞ্জী লিখিত ৰূপত পোৱা গৈছে তাৰ ভিতৰত এখনো তথ্যভিত্তিক (data based) নহয়। সকলো বিলাক আনুমানিক তথ্য সম্বলিতহে (Imaginary information based) পিছত লিখিত বুৰঞ্জীবিলাকে নিজে নিজেই (themselves) একোখন তথ্যৰূপে আত্ম প্ৰকাশ কৰাহে দেখা গৈছে। সেয়ে এই পুথিতো সুদূৰ মাওলুঙৰ পৰা ম্যুং দ্যুন চুনখাম লৈকে আৰু ফিমাৰ পৰা এই লেখকলৈ প্ৰকাশ কৰা লেখনিয়ে কোনোবা বুৰঞ্জীক বিকৃত কৰিব বুলি আমাৰ মনে নধৰে।

আমি জানো যে পূৰ্ব্বৱৰ্তীক অধিকাৰ কৰিহে পৰৱৰ্ত্তী সকল আহিছে। তেনেস্থলত যি নিজৰ ইতিহাস নাজানে, পূৰ্বপুৰুষ কোন বা বংশৰ আঁতিগুৰি চিনি নাপায়, বংশৰ পৰম্পৰা ৰক্ষা কৰিব নাজানে আৰু নিজৰ ভাষা কৃষ্টি সংস্কৃতিক সন্মান জনাব নাজানে তেনেলোকক বিজতৰীয়া বা পাৰত গজা বুলি আখ্যা দিয়া যায়। আমাৰ সমগ্ৰ বগলীজান অঞ্চলত তেনে উদাহৰণ পাবলৈ নাই যদিও অনাগত দিনবোৰত সময়ৰ ধামখুমীয়াত পৰি যাতে ভৱিষ্যৎ প্ৰজন্মই অবাটেবাট নোবোলে,তাৰ কাৰণে অতীতলৈ ভুমুকিয়াই চাব পৰাকৈ বাটকটীয়া দি যোৱাৰ প্ৰয়াস কৰিছোঁ।

পুথিখনিত বিৱৰ্তিত সমাজ ব্যৱস্থাত গ্ৰাম্য সংঘ সমূহৰ ভূমিকাৰ সৰ্ন্দভতো কিছু আলোকপাত কৰা হৈছে। প্ৰৱন্ধটিৰ লেখনিয়ে যদি দহজনৰ উপকাৰ সাধে আমাৰ শ্ৰম সাৰ্থক হ'ব।

বোৱালগুৰি
ডাক - বগলীজান, জিলা - লক্ষীমপুৰ
যোগাযোগ নম্বৰ - ৯৫০৮১০৮৩৯২ , ৮০১১৮৫৮৫৭৮
e-mail ID - nripenphukannp@gmail.com

সকলোৰে
স্নেহাকাংক্ষী
নৃপেন ফুকন (মাধৱ)
১৮ জুন ২০১৫

# ভূমিকা

উত্তৰ লখিমপুৰ নগৰৰ পশ্চিমাঞ্চলৰ বহুমুখী প্ৰতিভাৰে ভূষিত ব্যক্তি হিচাপে পৰিগণিত হোৱা এজনৰ নাম উল্লেখ কৰিব পাৰোঁ, তেওঁৱেঁই হৈছে নৃপেন ফুকন। তেওঁ অতি সৰুকালৰ পৰাই সমাজৰ মুখিয়াল ব্যক্তিসকলক শ্ৰদ্ধা আৰু ভক্তি কৰিছিল। এই অঞ্চলত বাস কৰা সকলো ধৰ্মৰ লোককে সমান চকুৰে চাইছিল। বগলীজান অঞ্চলৰ সমাজ সংগঠক তথা চুকে-কোণে সিঁচৰিত হৈ থকা গুণী-জ্ঞানী ব্যক্তিসকলৰ গুণ-গৰিমাৰ পথাৰখনৰ পৰা লেচেৰি বুটলি আনি তেওঁ এখনি গ্ৰন্থ প্ৰস্তুত কৰিবলৈ আগবাঢ়ি আহিছে। গ্ৰন্থখনিত অঞ্চলটোৰ বিশেষকৈ চাংমাই গাওঁ, গোবৰিশালী, বোৱালগুৰি, বগলীজান, আৰু হাতীলোং যোৰহটীয়া গাঁৱৰ লোক সকল কোন ক'ৰ পৰা কেতিয়া আহিছিল তাৰ আনুমানিক তথ্য সন্নিবিষ্ট কৰিছে। তেওঁ নিজৰো বংশৰ আঁতিগুৰি বিচাৰি এখনি বংশাৱলী প্ৰস্তুত কৰি উলিয়াইছে আৰু তেওঁৰ জন্মভূমি চাংমাই গাৱঁৰ প্ৰত্যেক ঘৰ লোকৰে বংশলতা প্ৰকাশ কৰিছে, যাৰ জৰিয়তে চাংমাই গাওঁবাসীৰ ভৱিষ্যত প্ৰজন্মই নিজ বংশৰ আঁতডাল বিচাৰি পাবলৈ সক্ষম হ'ব। আনহাতে তেওঁ সংক্ষিপ্ত লেখনিৰে আহোম জাতিৰ বৰ্ণিল ইতিহাস আৰু সাতঘৰীয়া আহোমৰ সংজ্ঞা তথা বহু তথ্যৰে গ্ৰন্থখনি সমৃদ্ধ কৰিছে। আমাৰ অঞ্চলটোৰ মাজেৰে বৈ যোৱা সকলোৰে অতিকে চিনাকি হাতীলোং নদীখনৰ সৃষ্টিৰ পাতনিৰে পৰা বৰ্তমান অৱস্থালৈকে এক সুন্দৰ বৰ্ণনা দি, তাৰ সংৰক্ষণ আৰু ভৱিষ্যত সম্ভাৱনীয়তাৰ ওপৰত মন্তব্য আগবঢ়াইছে। ইয়াৰ উপৰিও গ্ৰাম্য সংঘ সমূহে কি কৰা উচিত সেই সৰ্ন্দভতো আলোকপাত কৰি কিছু পৰামৰ্শ আগবঢ়াইছে।

কথাতে কয়, 'গুণীয়েহে গুণৰ মূল বুজে'। বাল্যকালতে তেওঁ চাংমাই গাৱঁৰ ইমূৰৰ পৰা সিমূৰলৈকে বাস কৰা লোক সকলৰ নামবিলাক ছন্দ মিলাই এটি খুহুতীয়া কবিতা ৰচনা কৰিছিল আৰু নিজেই তাৰ আবৃত্তি কৰি ৰাইজক আমোদ দিছিল। ভৱিষ্যতে নতুন প্ৰজন্মই সু-চিন্তাৰে গ্ৰন্থ লিখিবলৈ নৃপেন ফুকন এক প্ৰেৰণাৰ উৎস হওক। এইয়ে ভগৱানৰ ওচৰত সৰল প্ৰাৰ্থনা।

কাঞ্চন তামুলী বৰুৱা
(অৱসৰপ্ৰাপ্ত সহ শিক্ষয়ত্ৰী)
লখিমপুৰ কলেজিয়েট হাইস্কুল,
বোৱালগুৰি, লখিমপুৰ

# বাটচ'ৰা

('বাটকটীয়া' পুথিৰ প্ৰতি একাষাৰ)

শ্ৰীমান নৃপেন ফুকনে লিখি যুগুত কৰা 'বাটকটীয়া' পুস্তিকাখনৰ পাণ্ডুলিপিটো পঢ়ি চাই পুথিখনৰ বিষয়ত একাষাৰ লিখিবলৈ প্ৰয়াস কৰা হ'ল।

মানুহৰ জীৱন দৰ্শনৰ মাধ্যমেৰেই গঢ় লৈ উঠা ভাৰতীয় পৰিয়াল, সমাজ আৰু দেশ বা ৰাষ্ট্ৰ ব্যৱস্থাৰ মূৰ্ত্তৰূপ হৈছে আমাৰ গাওঁ সমূহ। আমাৰ অঞ্চলটোত প্ৰায় শতবছৰ পূৰ্বৰ প্ৰাক্ স্বাধীনতা কালৰে পৰা গঢ় লৈ উঠা এই গাওঁ সমূহৰ পৰিয়াল, সমাজ-সংস্কৃতি, সভ্যতা আদিৰ বাটকটীয়া স্বৰূপ মহীয়ান সকলক সুঁৱৰি তেখেত সকলক জীৱন্ত কৰি ৰখাৰ বাবে লেখকজনে যিখিনি প্ৰচেষ্টা লৈছে; সেইখিনি যথাৰ্থতে প্ৰশংসনীয় হৈছে। তদুপৰি অঞ্চলটোৰ প্ৰায় সোঁমাজেদিয়েই বুকুত গভীৰ জলৰাশি লৈ গতিকৰা, সকলোৰে অতি আপোন 'হাতীলোং' খনে কেৱল 'শস্যে মৎস্যে বসুন্ধৰা' ৰূপতে অঞ্চলটোক ভোগালী কৰিয়ে ক্ষান্ত নাথাকি প্ৰদূষণমুক্ত কৰাটো প্ৰধান ভূমিকা গ্ৰহণ কৰিছে। এই নদীখনক গাওঁবাসী সকলৰ লগতে সদায় কুশলে ৰখাত লেখকে যি যি অভিলাস কৰিছে, সেইখিনিও যথেষ্ট আদৰণীয় হৈছে।

সহৃদয় পাঠক সকলে পুস্তিকাখন আদৰি ল'লে উদ্যমী, নবীন তথা যুৱ লেখকজনৰ শ্ৰম নিশ্চয় সাৰ্থক হ'ব। তেখেতৰ কৰ্মজীৱনৰ দীৰ্ঘায়ু আৰু সুস্বাস্থ্য কামনা কৰা হ'ল।

বগলীজান গাওঁ
উত্তৰ লখিমপুৰ, অসম
ইং ২৭/৬/২০১৫

নন্দেশ্বৰ দত্ত
(প্ৰাক্তন প্ৰধান শিক্ষক)
হাতীলোং যোৰহটীয়া
প্ৰাথমিক বিদ্যালয়

# সূচীপত্ৰ



* * *

# হাতীলোং নদীৰ অতীত আৰু বৰ্তমান

উত্তৰ লক্ষীমপুৰ নগৰ পশ্চিমাঞ্চলৰ নকাড়ী মৌজাৰ বগলীজান গাঁও পঞ্চায়তৰ অন্তৰ্গত গোৰবীশালি গাঁৱৰ মধ্যস্থলৰ পৰা আৰম্ভ হৈ একা-বেঁকা কৈ কমলাবৰীয়া আৰু তেলাহী মৌজাৰ বিভিন্ন অঞ্চলৰ মাজেৰে প্ৰায় ২০ কিঃমিঃ মান পথ অতিক্ৰম কৰি আজাদ অঞ্চলত সোমদিৰি নদীৰ লগত মিলিত হৈ ভীমপৰা মথাউৰি সংলগ্ন দলঙৰ তলেৰে পাৰ হৈ ঘাগৰ নদীত লগলাগি সোৱণশিৰিত মিলি যোৱা নদী খনৰ নামেই হৈছে "হাতীলোং"।

আবহমান কালৰ পৰা বৈ থকা এই নদীখনৰ উৎপত্তি সম্পৰ্কে নানা জনে নানা কথা কলেও, এসময়ত যে ৰঙা নৈৰ এটা সুঁতি নদীত মথাউৰি নথকাৰ সুযোগ লৈ এই ফালেদি বৈ যোৱাৰ ফলতে নদীখনৰ সৃষ্টি হৈছিল সেইটো সত্য। আন এটা জনশ্ৰুতি মতে এসময়ত ডাঠ নল,খাগৰীয়ে আবৰা ঘন হাবিৰ মাজেৰে ৰঙানৈত পানী খাবৰ বাবে অহাযোৱা কৰা বনৰীয়া হাতীৰ জাকে সৃষ্টি কৰা লোং বা পথটোৱেদি বাৰিষাকালত ৰঙানৈৰ বাঢ়নী পানীৰ অবাধ গতিয়ে নদীখনৰ সৃষ্টি কৰিছিল আৰু সেই বাবেই ইয়াৰ নাম হাতীলোং হোৱা বুলি সকলোৱে বিশ্বাস কৰে।

প্ৰথম অৱস্থাত নদীখনি অতি গভীৰ আৰু খৰস্ৰোতা আছিল বুলি বুঢ়ালোক সকলে কয়। পিছলৈ ১৯৫০ চনৰ বৰ ভূঁইকপে নদীখনৰ গভীৰতা সলনি কৰে আৰু ১৯৫১ চনত ৰঙানদী মথাউৰি নিৰ্মাণ হোৱাত সুঁতিটো বন্ধ হৈ ইয়াৰ গতি মন্থৰ আৰু ধীৰ-স্থিৰ হৈ পৰে তেতিয়াৰ পৰাই চঞ্চলা চপলা হাতীলোং খনিও পূৰ্বৰ গাভৰু অৱস্থাটোৰ পৰা প্ৰৌঢ়ত্বলৈ গতি কৰিলে। পিছলৈ ৰঙানৈৰ পানীসুঁতিৰ অবিহনে গোৰবীশালি পথাৰৰ মৌজাদাৰ ঘুলি হৈ একালৰ পুখুৰীয়েদি অহা বৰবিলৰ এসোঁতা, কেৰাহী বিলৰ পৰা অহা বগলী জানৰ এসোঁতা, আৰু মকৰা বিলৰ পৰা কোঁৰৰ দ হৈ অহা এসোঁতা পানীকে মূল সম্বল হিচাপে লৈ দাঁতি কাষৰীয়া জান-জুৰি আৰু বাৰিষা কালত কাষৰ খেতি পথাৰ বিলাকৰ পৰা বাগৰি অহা পানীবোৰ বুকুত সামৰি লৈ নিৰৱিচ্ছিন্ন ভাবে বৈয়ে থাকিল। খৰালি কালত নদীখনিৰ গভীৰতা কমি গ'লেও ঠাই বিশেষে ঘুলি বিলাকত হাতীয়ে থাৱনি নোপোৱা দ আছিল বুলি বুঢ়ালোক সকলে কয়। কালক্ৰমত কাষৰ কৃষিপথাৰ বিলাকৰ পৰা অহা বোকামাটি আৰু পলসে লাহে লাহে পুতিবলৈ ধৰাত নদীখন পূৰ্ব্বতকৈয়ো ক্ৰমে বাম হ'বলৈ ধৰে। উল্লেখযোগ্য কথাটো হ'ল যে, খৰালি কালত উৎপত্তি স্থলৰ পানীযোগানকাৰী জান কেইটা শুকাই যায় যদিও, নদীখনত এসোঁতা পানী অনেবৰত বৈ থকা পৰিলক্ষিত হয়। কাৰণটো ভালকৈ মন কৰিলে দেখা যায় যে নদীখনৰ বৰ্ত্তমানৰ উৎপত্তি স্থলতে কেইবাটাও পৰিষ্কাৰ ঠাণ্ডা পানীৰ উহ্ আছে। এই লেখকে নিজে সাধাৰণভাৱে পৰীক্ষা কৰি উহ্ দিয়া ঠাই বিলাকৰ পৰা নিজৰি অহা পানী খিনি লৌহ মুক্ত বুলি ঠাৱৰ কৰিব পাৰিছে। যদিহে ভৱিষ্যতে কোনো অনুসন্ধিৎসু লোকে ইয়াৰ

ওপৰত গৱেষণা আদি কৰে তেন্তে বিস্তৃত বগলীজান অঞ্চলৰ খোৱা পানীৰ অভাৱ পূৰণ কৰাৰ যথেষ্ট থল আছে। যিহেতু উক্ত অঞ্চলৰ ভূ-গৰ্ভস্থ পানী সাধাৰণতে লৌহ কণিকাযুক্ত কিন্তু ইয়াৰ বিপৰীতে হাতীলোং নদীৰ দুয়োপাৰে প্ৰায় ২৫ মিঃ মান সমান্তৰাল কৈ কুঁৱা বা নলীনাদৰ পানী পৰিষ্কাৰ ও লৌহ কণিকামুক্ত।

There is a unique characteristic of the Hatilung river that the ground water under the surface flowing water is fresh and cool which spreads approximately 25 mtrs covering the both sides of the river, parallely from starting point to the end. It is also observed that the near-by inhabitants of the river-bank get pure water from their ringwel and tubewel. Except this, the water of other area is ironic and red in colour. As the ground water of the river Hatilung and nearby area is found fresh and pure, from this source there is a scope to solve the problem of drinking water adopting the means of modern technology of water supply. For further knowledge and information, some one can take the matter for research.

অতীজতে লক্ষীমপুৰ চহৰৰ পশ্চিম অঞ্চলৰ গোৱৰীশালি,চাংমাই গাঁও,বগলীজান, বোৱালগুৰি, যোৰহটীয়া, হাতীলোং বান্তৌ, বঙালী বান্তৌ , ৰাওনাপুৰ আৰু দক্ষিণ অঞ্চলৰ এচাৰিখন্দা , নৰাগাঁও, আহোমগাঁও,এনাইঘৰীয়া, এঙাৰখোৱা, ক'পহুৱা, ফুকনৰ হাট, তেলাহী বান্তৌ, বাঁহপাতি, আজাদ, বৰচৰীয়া, ৰংপুৰীয়া, দ-কাটি, গোহাঁই টেকেলা, হোকাচাপৰি আদি অঞ্চল সমূহলৈ বিভিন্নঠাইৰ পৰা প্ৰব্ৰজন হোৱা লোক সকলে নাও বা ভেলৰ জৰিয়তে গধুৰ বস্তু পৰিবহন কৰিবলৈ নদীপথ হিচাপে হাতীলোঙক ব্যৱহাৰ কৰিছিল। আমাৰ দেউতাই তাহানিৰ অবিভক্ত শিৱসাগৰ জিলাৰ বামুণপুখুৰী অঞ্চলৰ পৰা সপৰিয়ালে উঠি আহোঁতে দুখন সাত হতীয়া নাও ভাৰা লৈ জাঁজীয়েদি ভটিয়াই ব্ৰহ্মপুত্ৰৰ বুকুৰেদি আহি ৰঙানৈৰে উজাই দুটা দিনৰ মূৰত এই পথেৰেই চাংমাই গাঁৱত আহি বসতি স্থাপন কৰিছিলহি।

হাতীলোং নদীত বৰ্তমানৰ তুলনাত অতীজতে বহু প্ৰজাতিৰ মাছ পৰ্যাপ্ত পৰিমাণে পোৱা গৈছিল। বিশেষকৈ বৰালি, কান্ধুলী, শ'ল, শাল, কুঢ়ি, এলেং, লুথুৰি পাভ, ভেদেঙী, ইলিহিলি, লাউপতা, কলিয়াজৰা আদি। সাধাৰণতে পোৱা পুথি, খলিহনা,গৰৈ, কাৱৈ, চেঙেলী, মাগুৰ, শিঙি, শিঙৰা, টোৰা, বামী, বটিয়া, ককিলা, মোৱা, দৰিকণা আৰু ইয়াৰ উপৰিও কেঁকোৰা, কুচিয়া আদি আজিও কিছু পৰিমাণে পোৱা যায়। দুৰা-কাছ আৰু বৰ-কাছও আগতে ঘুলি বিলাকত পোৱা গৈছিল বুলি বহু লোকে কয়।

আমাৰ দেউতাই কোৱা মতে ১৯৫০ চনৰ বৰভূইকঁপত হাতীলোঙৰ পানীৰ হেন্দোলনিত বহুতো সৰু ডাঙৰ মাছ উফৰি আহি নদীখনৰ দুয়োপাৰে প্ৰায় এশ মিটাৰমান দূৰলৈকে পৰি মৰিছিল । পিছত সেই মাছবোৰ মানুহে বা মাছ খোৱা চৰাই আৰু জীৱ জন্তুৱেও খায় শেষ কৰিব নোৱাৰাত কিছুদিনলৈ দুৰ্গন্ধময় পৰিৱেশৰ সৃষ্টি হৈছিল।

বিংশ শতিকাৰ সত্তৰৰ দশকত এই লেখকে নিজে হাতীলোং নদী খনৰ অৱক্ষয় প্ৰত্যক্ষ কৰিছিলোঁ। যিহেতু ১৯৭২ চনত হোৱা প্ৰলয়ঙ্কৰী বানপানীৰ পিছতেই নদীখনত বিহ মেটেকাৰ আগ্ৰাসন ঘটিছিল। ১৯৮০ চন মানলৈকে নদীখনত ইমানেই বিহ মেটেকা হৈছিল যে আমি সৰুবিলাকে ডাউক দল-ম'ৰাৰ কণী বিচাৰি জাপ পাতি থকা মেটেকাৰ ওপৰেদি নদীখনৰ ইপাৰ সিপাৰ হ'ব পাৰিছিলো। সেই সময়ত বিহ মেটেকাৰ পিট এটা কাটি পাৰলৈ টানি আনিলেই বিশেষকৈ ভাদ আহিন মাহত এসাঁজ ভাল মাছ পোৱা গৈছিল। আগ্ৰহী পুৰুষ; মহিলাই বৰচালনী বায় আৰু ঘুকুটা নামৰ জালৰ সঁজুলিৰে মেটেকাৰ মাজৰ পৰা বহুত মাছ ধৰিছিল। মেটেকাৰ মাজত মাছধৰা বাঁহৰ যতন যেনে হুকুমা, খলহা, ডিঙৰা, পাউৰী আদিত জেং ভৰাই, কেঁচু আৰু শামুক ভাঙি, সৌৰা আৰু তামোল গছৰপাত ভৰাই পেলাই থ'লেই মাছে নধৰা হৈ থাকে। মুঠৰ ওপৰত নদীখনৰ কাষৰ সংলগ্ন পথাৰ বিলাকত থকা খাল, বিল আৰু দ চানেকীয়া বাওতলি বিলাকত পোৱা পৰ্যাপ্ত পৰিমাণৰ মাছৰ একমাত্ৰ উৎস আছিল হাতীলোং। বাৰিষাৰ আৰম্ভণিতে ব'হাগ জেঠ মাহত হাতীলোঙৰ পৰা পথাৰ বিলাকলৈ উঠা মাছৰ উজান লক্ষণীয় আছিল। কাষৰ পথাৰ বিলাকতো ৰাতি জোঁৰ, ভোটা, টৰ্চ আৰু পেট্ৰোমাস্ক লাইট লৈ মাছ ধৰা দৃশ্য আজি কালি বিৰল। দাঁতিকাষৰীয়া গাঁও বিলাকৰ জীয়াৰী বোৱাৰীয়ে একেলগে জাক পাতি দলভেটা দি মাছ ধৰা দৃশ্য আজিকালি হাতীলোঙৰ পাৰৰ পথাৰ বিলাকত দেখা পোৱাটো দুৰ্লভ হ'ল। শাওন আৰু ভাদ মাহত কেতিয়াবা অজানিত কাৰণত জাকে জাকে পানীৰ ওপৰলৈ উঠি আহি কমাই থকা সৰু সৰু মাছবোৰ নামাৰি ডাঙৰ মাছবোৰকহে লক্ষ্য কৰি মানুহবোৰে শেল বা পছাৰে মাৰিছিল। তদুপৰি কাষৰ গছবোৰত পৰি থকা আজিকালি লুপ্তপ্ৰায় কুৰুৱা নামৰ ঈগল প্ৰজাতিৰ চৰাইজনীয়েও চেগ বুজি একোটা ডাঙৰ বৰালি মাছ বা কুঢ়ি মাছ ধৰি নিয়া প্ৰত্যক্ষ কৰিছিলোঁ। তাৰ মাজতে মাছৰোকা, গঙাচিলনী,পানী কাউৰী, বৰটোকোলা,বগলী আৰু কণামুচৰীয়েও উদৰ পুৰাই মাছ ধৰি খাইছিল। নদীত নামি গাঁৱৰ জীয়াৰী, বোৱাৰী সকলে আৰু বেলেগকৈ ডেকা, আদহীয়া সকলে খালৈ ভৰাই মাছ ধৰিছিল। ডাঙৰ শ'ল বা শাল ধৰিলে কলঠি ভাঙি আৰু ডাঙৰ বৰালি হ'লে ৰচী এডালেৰে কাণেদি চিলাই কঁকালত বান্ধি লৈছিল আৰু পিছত ঘৰত গৈ হেঁপাহ পলুৱাই আঞ্জা বনাই খাইছিল। সেই সময়ত আনকি পাৰত বহি মাছ ধৰা দৃশ্য চাই থকা জনেও সুদা ভাত খাব লগা নহৈছিল, দে চোন বুলি ক'লে কোনোও খালৈৰ পৰা মাছ এটা দিবলৈ বেয়া পোৱা নাছিল । আহাৰ, শাওন মাহত গাঁৱৰ সকলোৰে খেতি পথাৰত ব্যস্ত হৈ থকাৰ বাবে মাছ ধৰিবলৈ সময় উলিয়াব নোৱাৰে, যদিও

হাতীলোং পৰীয়া গৃহস্থৰ ঘৰত সদায় চলি চলি পুঠি মাছৰ আঞ্জা এখন থাকেই, যিহেতু নৈপৰীয়া গৃহিণী সকলে ভাতৰ চৰুটো পাতি থৈয়ো নৈৰ কাষৰ সুবিধা জনক ঠাইত তুঁহ গুৰিৰে সানি গোবৰৰ লাডুই বা তিনিটা দি জোপ লৈ জুলুকীৰে চবিয়াই কম সময়ৰ ভিতৰতে ভালকৈ এসাঁজ পুঠি মাছ ধৰি আনিব পাৰিছিল। মুঠতে বছৰৰ আটাইকেইটা মাহতে টঙিজাল, লাঙিজাল, খেৱালিজাল, চিপজাল, বৰজাল, আঠুঁৱাজাল, জাকৈ, জুলুকী,প'ল, বৰশী, শেল, পচা আদিৰে ৰাইজে হাতীলোঙত মাছ ধৰিয়ে থাকে। খৰালী মাহত পানীত থকা মাছ মাৰি শেষ হ'লেও বাংকেলেঙ নামৰ মাছ ধৰা সঁজুলী বিধেৰে কিছুলোকক বোকাৰ তলৰ পৰা টোৰামাছ বিলাকো ঘুকুটিয়াই অনা দেখিছিলোঁ। বান দি গোটেইনদীখন আগভেটি হেঁপাহ্ পলুৱাই মাছধৰি পিছত ওজনত বেছি ধন ঘটা দেখিছিলো। কোনোৱে ভাগ ভাগকৈ নদীখন সিঁচি সোপাকে মাছ ধৰি নি একবাৰে মুদা মৰা দেখিছিলো। কাষৰ আদিবাসী গাঁও বিলাকৰ লোক সকলে নদীৰ দুয়োপাৰ শূলেৰে খুচি থকা-সৰকা কৰিলানি লানি কুচিয়া আৰু কেঁকোৰা, শামুক আদি ধৰি মোনাভৰাই লৈ যোৱা দেখিছিলো।

প্ৰায় আশী দশকৰ আৰম্ভণিৰ পৰা বিহ মেটেকাৰ প্ৰকোপ প্ৰকৃতিগত ভাবেই কমিল। তাৰ পিছৰ পৰাই নদীখন খৰতকীয়া গতিৰে বাম হ্বলৈ ধৰিলে আৰু এতিয়ালৈকে প্ৰায় অস্তিত্বহীন অৱস্থাতোহে প্ৰত্যক্ষ কৰিব পৰা হ'ল। পূৰ্বৰ সেই মাছ-পুঠিও কমিল। বৰ্তমানে হাতীলোং নদী নহয় যেন এটি সৰু জানহে। হাতীলোং খনি যে এসময়ত আমাৰ প্ৰাণ আছিল সেইটো ৰাইজে পাহৰি যোৱাৰ উপক্ৰম ঘটিছে , কিয়নো আমি ভালদৰে লক্ষ্য কৰিলে দেখিম যে হাতীলোঙৰ পাৰত বসবাস কৰা প্ৰায় লোকে তেওঁলোকৰ বাৰী সংলগ্ন পাৰ বিলাকত বেদখল কৰা মনোভাবেৰে থল-পদুম জাতীয় গছ ৰোৱা কাৰ্য আৰু প্ৰকৃতিগত ভাৱে গজা ভেহ আৰু কলমৌ জাতীয় গছ বিলাকে বাৰিষা নদীৰ সোঁত টো বাধা দিয়াৰ ফলত হাতীলোঙৰ অস্তিত্ব আজি বিপদাপন্ন। বাৰিষাৰ ধাৰাষাৰ বৰষুণৰ সময়ত হোৱা অতিৰিক্ত পানীখিনি হাতীলোঙে আজি কালি সহজে বোৱাই নিব নোৱাৰাত কাষৰীয়া অঞ্চল সমূহত সততে কৃত্ৰিম বানপানী পৰিলক্ষিত হয়। সেয়ে সময় থাকোতেই সচেতন ব্যক্তি আৰু চৰকাৰে ইয়াৰ ব্যৱস্থা নললে বা ভৱিষ্যতে হাতীলোং কাষৰীয়া কোনো অঞ্চল নগৰলৈ পৰ্যৱসিত হ'লে, উক্ত অঞ্চলৰ নলা, নৰ্দমা বিলাকৰ লেতেৰা পানী আৰু প্লাষ্টিক পলিথিনৰ অৱৰ্জনাৰ সহিতে নিজকে বোৱাই ৰাখিবলৈ হাতীলোং সক্ষম হ'ব জানো ? এতিয়া আকৌ হাতীলোঙে নিজকে পাৰ ভঙা মনোভাবেৰে প্ৰগলভা সজাবলৈ সম্বলো নাই। তেনেস্থলত অতীজৰে পৰা হাতীলোঙৰ মাছে- পুঠিয়ে, ঘাটে-পানীয়ে ভোগ কৰি অহা সকলৰ পুত্ৰ-নাতিয়ে বুজি পাব লাগিব আৰু নদীখনৰ ক্ষেত্ৰত সংৰক্ষণৰ মনোভাব পোষণ কৰিব লাগিব। লগতে স্থানীয় ৰাইজ এইক্ষেত্ৰত সচেতন হ'লেহে আমাৰ চিনাকি ৰঙানৈৰ পাৰৰ পৰা সোৱণশিৰিলৈকে সংযোগী জলধাৰা হাতীলোং, সমাহিত ইতিহাস বুকুত বান্ধি লৈ বৈয়ে থাকিব অনাদি কাললৈ। ***

# বগলীজান

লক্ষীমপুৰ জিলাৰ উত্তৰ লক্ষীমপুৰ মহকুমা সদৰৰ নকাড়ী মৌজাৰ অন্তৰ্গত চিনাতলীয়া, বোৱালগুৰি, চাংমাই গাঁও, গোৱৰীশালি, বগলীজান,হাতীলোংবাস্তৌ, উজনি খামটি বালিগাঁও, বঙালী বাস্তৌ, উজনি পছমৰা আৰু ৰাওনাপুৰকে ধৰি এই ১০ খন গাঁৱক সামৰি বগলীজান গাঁও পঞ্চায়তৰ এলেকাটো ধৰা হয়। প্ৰকৃততে বগলীজান বুলি ক'লে প্ৰথমে এখন গাঁৱৰ কথাহে আমাৰ মনলৈ আহে। যি কি নহওক, বৰ্তমান বগলীজান গাঁৱৰ দক্ষিণ-পশ্চিম ফালে অতীতত কেঁৰাহী নামৰ এখন বিল আছিল। সেই বিলৰ পৰাই এটি সৰু জান বৈ আহি হাতীলোং নদীত মিলিছিল। জানটোৰ দুয়োপাৰে দিনৰ ভাগত খাদ্যৰ সন্ধানত হাজাৰ হাজাৰ বগলী জাতীয় পক্ষী বিচৰণ কৰিছিল আৰু গধূলি হ'লে জাক পাতি পাতি নিজৰ গন্তব্য স্থানলৈ উৰা মাৰিছিল। দীৰ্ঘদিন ধৰি এনে নয়ন জুৰোৱা দৃশ্যৰাজি প্ৰত্যক্ষ কৰিয়ে স্থানীয় লোক আৰু নৃপমুৰা ৰাইজে বোধকৰো ৰসতে নাম থৈছিল "বগলীজান"। সেই বগলীজানৰ পৰাই বৰ্তমান বগলীজান গাঁও আৰু গাঁও-পঞ্চায়তৰ নাম ধাৰ কৰা হৈছে বুলি বয়োজ্যেষ্ঠ লোক সকলে কয়।

বগলীজান অঞ্চলৰ বিশেষ কোনো ইতিহাস নাই যদিও কৃষি কৰ্মৰ ক্ষেত্ৰত আৰু কৃষিভিত্তিক জীৱনৰ এক বৰ্ণিল ইতিহাস নোহোৱা নহয়। এই অঞ্চলৰ মাটি বৰ সাৰুৱা আছিল। ৰঙানৈৰ মথাউৰি নিৰ্মাণ নকৰাৰ আগতে বছৰি বছৰি বাঢ়নি পানীৰ লগত অহা পলসেই ইয়াৰ মাটিৰ উৰ্বৰতা বৃদ্ধিৰ কাৰক আছিল । এই অঞ্চলত আহু ধান, শালি ধান; মৰাপাট আৰু কুহিঁয়াৰৰ খেতিৰ উৎপাদন বেছি হৈছিল। খেতিয়ক সকলে মাহ, তিল, সৰিয়হ আদিৰ খেতিও প্ৰয়োজনত কৰিছিল আৰু অলপ কষ্টতে বহুত উৎপাদন কৰিব পাৰিছিল। খেতিয়কসকলে কৰা বছৰৰ শাক পাচলিয়ে জোৰাই খায়ো নগৰ বা ওচৰৰ বজাৰ সমূহত উভৈনদীকৈ যোগান দিব পাৰিছিল। উল্লেখযোগ্য যে বগলীজান অঞ্চলৰ স্বনামধন্য কৃষক সকলৰ ভিতৰত যেনে সৰ্ব্বানন্দ গগৈ, জয়ৰাম বৰুৱা, ডম্বৰুধৰ বৰুৱা, মদন চন্দ্ৰ বৰুৱা, মাণিক বৰুৱা, ৰামেশ্বৰ ফুকন, হাফিজ আলি আকবৰ, অকণ শইকীয়া, হৰনাথ বুঢ়াগোহাঁই, মহেন্দ্ৰ খনিকৰ আদিৰ ভিতৰত কোনো কোনোৱে কৃষিক্ষেত্ৰত উৎকৃষ্ট নিদৰ্শন দেখুৱাব পৰা বাবে চৰকাৰৰ পৰা ৰাজ্যিক ও জিলাভিত্তিত বঁটা আৰু মান পত্ৰ আদি পাইছিল।

প্ৰথম অৱস্থাত বগলীজান অঞ্চলৰ ওখ আৰু মুকলি ঠাই বিলাকত আদিবাসী লোক সকলে বাস কৰিছিল। আদিবাসী লোক সকলৰ ভিতৰত বিশেষকৈ গোৱালা, উৰাং আৰু খাৰিয়া জনগোষ্ঠীৰ লোকেই বেছি আছিল। উক্ত লোক সকল বোধকৰোঁ বৃটিছ আমোলত গঢ় লোৱা জহিং, কয়লামাৰি, চিনাতলীয়া আৰু লতিফৰ

চাহ বাগানত কাম কৰিবলৈ অহা বনুৱা বা তাৰ আলমতে অহা লোক। এই আদিবাসী লোক সকলকেই বগলীজান অঞ্চলৰ প্ৰথম অধিবাসী বা বাটকটীয়া বুলিব পাৰি। সেই সময়ত প্ৰায় গোটেই মুকলি অঞ্চল বিলাকত তেওঁলোকে থুপ পাতি ঘৰ সাজিছিল। গৰুৰ পৰিবৰ্তে ম'হ পালন কৰি কৃষি কাৰ্য সম্পন্ন কৰিছিল। সামাজিকভাৱে বনৰীয়া পশু পক্ষীৰ চিকাৰ কৰিছিল। শুনামতে বগলীজান আৰু গোৰৰীশালি গাঁৱৰ অৰ্দ্ধেক অংশ উক্ত আদিবাসী সকলৰ দখলতে আছিল। চাংমাই গাৱঁৰ নিবাসী আমৰুছ কেৰকেটাৰ পৰা গমপোৱা মতে গোৰৰীশালি নামটো, গুভ্ৰিশাল নামৰ আদিবাসী জন গোষ্ঠী এটাৰ পৰাহে হোৱা। অন্য এক জনশ্ৰুতি মতে ঠাইখনৰ যথেষ্ট আহল-বহল পথাৰ খনত কৰা শালি ধানৰ শস্যবোৰ গোবৰ সাৰত হোৱা খেতিৰ দৰে চেহেৰা দেখি প্ৰথমে গোৰৰীশালি আৰু পাছলৈ সেই নামেই গোৰৰীশালি গাওঁ হ'ল। যি কি নহওক পূৰ্বতে এই লোক সকল হিন্দু ধৰ্মালম্বী আছিল যদিও পিছলৈ কিছু লোক খ্ৰীষ্টিয়ান মিচনাৰী সকলৰ লগত জড়িত হৈ কেথ'লিক হ'ল আৰু কিছুমান পূৰ্বৰ নীতি নিয়মেৰেই চলি থাকিল। আধুনিক শিক্ষা ও উন্নত জীৱন যাপনৰ প্ৰতি অনীহাৰ ফলত তেওঁলোকৰ জীৱনযাত্ৰাৰ মানদণ্ড আজি পৰ্যন্ত উন্নতিৰ বিপৰীতে নিম্নগামী হে হোৱা দেখা গ'ল। তাৎপৰ্যপূৰ্ণ কথাটো হ'ল যে তেওঁলোকৰ ভিতৰৰে বুদুৰাম, কমলা, গোৱালা, চুন্দ্ৰা খাৰিয়া, লুয়ু উৰাঙকে আদি কৰি কেইজনমান আদিবাসী লোক একপ্ৰকাৰৰ ভূ স্বামীয়ে আছিল, কিন্তু তেওঁলোকৰ নাতি-পুতিৰ অৱস্থা বৰ্ত্তমান তথৈবচ্। গমপোৱা মতে একমাত্ৰ ফুলু তিৰ্কীৰ পুত্ৰ জেমচ্ তিৰ্কী আৰু লুইছ তিৰ্কীৰ বাহিৰে এজনো শিক্ষিত লোক তেওঁলোকৰ মাজত নাই। উল্লেখযোগ্য যে লুইচ তিৰ্কী বৰ্ত্তমান হাৰমতী ডনবক্স হাইস্কুলৰ অধ্যক্ষ (Father)।

প্ৰাপ্ত তথ্যমতে বিংশ শতিকাৰ দ্বিতীয় দশকতে বোৱালগুৰি অঞ্চলত প্ৰসন্ন মজুমদাৰ নামৰ এজন লোকে বসতি আৰম্ভ কৰে। উক্ত সময়চোৱাৰ ভিতৰতে বগা আৰু ক'লা গৰীয়া নামৰ দুজন মুছলমান লোকেও বোৱালগুৰি অঞ্চলত বসতি স্থাপন কৰে। ঠিক তৃতীয় দশকৰ মাজভাগত অনুমানিক ১৯২৫-২৬ চন মানত তেতিয়াৰ অবিভক্ত ভাৰতবৰ্ষৰ নোৱাখালী জিলাৰ পৰা ইছলাম ধৰ্মী কিছুলোকে অন্নবস্ত্ৰ ও বাসস্থানৰ সন্ধানত আহি লক্ষীমপুৰ জিলাৰ আশে পাশে বসতি স্থাপন কৰিবলৈ লয়। তাৰে জাফ্ৰা আলি (জপৰা) নামৰ এজন গুণী-জ্ঞানী মৌলবী বগলীজান অঞ্চললৈ আহে আৰু স্থায়ীভাৱে থাকিবলৈ লয়। তেখেতে জৰাফুকা ডোল-তাবিজ আৰু বনৌষধি প্ৰয়োগ কৰি সেই সময়ৰ বহু ৰাইজৰ বেমাৰ ব্যাধিৰ উপশম ঘটাই জনপ্ৰিয় হৈছিল। বিশেষকৈ সৰ্প দংশনৰ বিষ জাৰি তেখেতে নিৰাময় কৰিব পাৰিছিল। জানিব পৰা মতে তেখেতৰ জনপ্ৰিয়তাৰ সুযোগ লৈয়ে বগলীজান অঞ্চলত বাসকৰা বাকী ইছলাম ধৰ্মীয় লোকসকলৰ প্ৰব্ৰজন ঘটিছিল । আনুমানিক ১৯৩০ চন মানৰ পৰা

ধাৰাবাহিকভাৱে ইয়াকুব আলি, এৰমত আলি, আব্দুল ৰচিদ ভূঞা, হাবিউল্লা, চুলেমান আলি, চেকেন্দৰ আলি, আলিউল্লা মৌলবি, অলি মণ্ডল, বসিৰ আলি,আব্দুল জব্বাৰ, নয়াব আলি, মহিউদ্দিন আহমেদ আদি লোক সকল আহিছিল বুলি উত্তৰ লক্ষীমপুৰ মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ ড° তিলক চন্দ্ৰ বৰুৱা দেৱ, অৱসৰপ্ৰাপ্ত শিক্ষক আবুল কালাম আৰু লিয়াকৎ আলিৰ পৰা জানিব পৰা গৈছে। বগলীজান অঞ্চলৰ ইছলামধৰ্মী লোকসকল অধিক পৰিশ্ৰমী, পূৰ্বৰ তুলনাত জীৱন যাপনৰ পদ্ধতি উন্নত, আধুনিক শিক্ষাৰ প্ৰতি আগ্ৰহী আৰু ব্যৱসায়িক মনোভাবাপন্ন (enterpreneur)। সহজ-সৰল এই লোক সকলে সকলোৰে লগত মিলিজুলি থাকিবলৈ ভালপায় কাৰণেই বগলীজান অঞ্চলত বিগত দিনবোৰৰ ধামখুমীয়াত কোনোধৰণৰ সাম্প্ৰদায়িক মনোবৃত্তিয়ে গা কৰি উঠিবপৰা নাছিল। যি কি নহওক, উক্ত লোক সকলৰ সময়তেই ১৯৩৫-৩৬ চন মানত গদাই চেতিয়া, পদ্ম চেতিয়া (নগা), ফুলেশ্বৰ চেতিয়া আৰু লক্ষী চেতিয়া শিৱসাগৰৰ নামটিৰ পৰা বোৱালগুৰি অঞ্চললৈ উঠি আহে ১৯৪৭-৪৮ চনত মনিৰাম তামুলী, শিৱৰাম তুমলী আৰু প্ৰেমেধৰ তামুলী জাঁজী গড়মূৰৰ পৰা আহি বসতি স্থাপন কৰে বুলি কলেজিয়েট হাইস্কুলৰ অৱসৰ প্ৰাপ্ত কৰ্মচাৰী কুলধৰ তামুলীদেৱৰ পৰা জানিব পৰা গৈছে। ১৯২৫ চনত মুখেশ্বৰ খনিকৰ ঘূনাসুঁতিৰ পৰা আৰু বাহাদুৰ খনিকৰ মাজুলীৰ পৰা আহে। ১৯৩০ চনত গেৰেলা গগৈ, মঘুৰা গগৈ আৰু কমল গগৈ ডেওবিল বান্তৌৰ পৰা উঠি আহে। ১৯৩৫-৩৬ চন মানত মুহি শেনচোৱা জাঁজী হাঁহচৰাৰ পৰা আৰু তুলসী দুৱৰা চেলেং হাটৰ পৰা আহে। ১৯৪০ চনত সৰুকণ শইকীয়াৰ পৰিয়াল যোৰহাটৰ পৰা আহে। ১৯৪৭-৪৮ চন মানত কাটিৰাম বুঢ়াগোহাঁই নামদাং গোহাঁই গাঁৱৰ পৰা আহি প্ৰথমে গোহাঁই গাঁও পিচত বগলীজানত থিতাপি লয়। উক্ত বছৰতে মেঘেশ্বৰ গগৈ (জপৰা মেধি) তেলাহীৰ পৰা উঠি আহে বুলি বগলীজানৰ বিশিষ্ট সমাজকৰ্মী গোবৰধন খনিকৰ দেৱৰ পৰা জানিব পৰা গৈছে। গোৰৱীশালি অঞ্চলত ১৯২৫ চন মানত কমলা কান্ত বৰুৱা, কণ্ঠৰাম বৰুৱা আৰু শক্তি বৰুৱাই ঢকুৱাখনা বেবেজীয়া অঞ্চলৰ পৰা আহি বসতি স্থাপন কৰে। ১৯৩৩-৩৪ চনত মালভোগ দত্ত (কগুলী) আৰু থানুৰাম দত্ত গঁড়েহগা অঞ্চলৰ পৰা, ১৯৪৫-৪৬ চন মানত সভাৰাম সেনাপতি, মুখেশ্বৰ সেনাপতি আৰু একে বছৰতে দীন বৰপাত্ৰ গোহাঁই ,খগেন বৰপাত্ৰ গোহাঁই লাহন বাহাদুৰৰ পৰা আহে। কিছু বছৰৰ পিছত ভদ্ৰকান্ত গগৈ(গোৱৰ) গোৰৱিশালী অঞ্চললৈ আহে। ১৯৬৪ চনত মোহন চন্দ্ৰ লাহন পিৰা কটাৰ পৰা আহে।১৯৫০-৫১ চন মানত সৰুমন ফুকন আৰু তৰবৰ ফুকন বামুণ পুখুৰীৰ পৰা আহে। ১৯৪৫-৪৬ চন মানত তিলেশ্বৰ লাহন চাংমাই গাঁৱৰ পৰা গোৱৰীশালিলৈ উঠি আহে । সমসাময়িক ভাবে দামোদৰ লাহন, শোণিত লাহন,বাণেশ্বৰ শইকীয়া, দিবেশ্বৰ নেওগ,কনেকেশ্বৰ বৰা, ৰুকা বৰা

আদি লোক সকল যোৰহাটৰ পৰা উঠি আহে বুলি অৱসৰ প্ৰাপ্ত কৃতী শিক্ষক নন্দেশ্বৰ দত্ত , গোৱৰিশালী গাঁৱৰ ঘন লাহন আৰু কেপেশ্বৰ সেনাপতি দেৱৰ মুখৰ পৰা জানিব পৰা গৈছে। ইয়াৰ উপৰিও যোৰহাট আৰু মাজুলী আদি ঠাইৰ পৰা বহুলোক ১৯২৭-২৮ চন মানতে যোৰহটীয়া গাঁও অঞ্চলত বসবাস কৰি থকাৰ কথা উমান পোৱা যায়। সৰ্বপ্ৰথম মুঠ সাতঘৰ লোক যোৰহাটৰ পৰা উঠি আহে বুলি বিশিষ্ট সমাজকৰ্মী তথা প্ৰসিদ্ধ বায়ন যোগেন ফুকন দেৱৰ পৰা জানিব পৰা গৈছে। তেখেত লোকৰ ভিতৰত জাকৰা শইকীয়া, যাদৰাম বৰা, নগা বৰা, লীলাৰাম শইকীয়া, মৃদুল শইকীয়া, মধু শইকীয়া, বালিয়া, কেপাই শইকীয়া, চায়েং বৰা,মুলুকা বৰা,কণমইনা, মিলন চিপাহী, থানুৰাম তামুলী, বেণুধৰ বৰুৱা, মিনাই শইকীয়া, বগাই শইকীয়া, সৰুকণ শইকীয়া, টেপু ফুকন (বায়ন), ৰুদাই শইকীয়া, জোৰাই শইকীয়া আদিৰ নাম উল্লেখযোগ্য বুলি যোৰহটীয়া গাঁৱৰ সমাজকৰ্মী ৰুদ্ৰ শইকীয়া, চেনিৰাম বৰা আৰু নাৰায়ণ শইকীয়া দেৱৰ পৰা জানিব পৰা গৈছে। ইয়াৰ বাহিৰেওবাকী অঞ্চল বিলাকত যোৰহাট, শিৱসাগৰ, মাজুলী আৰু লক্ষীমপুৰ জিলাৰ বিভিন্ন অঞ্চলৰ পৰা বহু আহোম, চুতীয়া,মিচিং আৰু কোঁচ সম্প্ৰদায়ৰ লোকে পাম কৰিবলৈ আহি স্থায়ীভাবে থাকিবলৈ লয়। সেই সময়ত প্ৰায়লোকে হয় হাবি বন কাটি মাটি উলিয়াই লৈছিল অথবা স্থানীয় আদিবাসী লোকৰ ভাঙনি মাটি কম মূল্যৰ বিনিময়ত কিনি লৈছিল। বগলীজান অঞ্চললৈ মিচিং জনজাতীয় লোক সকল অহাৰ আগতেই উক্ত অঞ্চলত গেম্ব কছাৰী আৰু বাঘ কছাৰী নামৰ দুজন কছাৰী সম্প্ৰদায় লোকৰ বসতিৰ উমান পোৱা যায়। পৰৱৰ্ত্তী সময়ত নেমেল মৰাঙৰ উপৰিপুৰুষ ডাকুৱাই মিৰি আৰু বৰমতা মিৰিৰ সমন্বিতে সৰ্বমুঠ ১৪ ঘৰ চামগুৰিয়া মিছিং সম্ৰদায় লোকে বহু পূৰ্বৰ পৰাই এই অঞ্চলত বাস কৰি আহিছে বুলি বিশিষ্ট সমাজকৰ্মী ব্ৰজেন মৰাং দেৱে লিখকক জানিবলৈ দিয়ে। কোন কেতিয়া এই অঞ্চললৈ আহিছিল সেই সন্দৰ্ভত স্থানীয় বয়োজ্যেষ্ঠ লোকৰ পৰা জনামতে সৰ্বপ্ৰথম অনুমানিক ১৯১৫-১৬ চন মানতহে ৰঙানদী মথাউৰি কাষত আৰু গোৰৱীশালিত (বৰ্ত্তমানৰ চাংমাই গাওঁ) জনবসতিৰ উমান পোৱা যায়।

অঞ্চলটিত জনবসতি বৃদ্ধিৰ লগে লগে নিত্যপ্ৰয়োজনীয় বস্তুৰ চাহিদালৈ লক্ষ্য ৰাখি ভাউৰীলাল শৰ্মা নামৰ এজন মাৰোৱাৰী সম্প্ৰদায়ৰ ব্যৱসায়ী লোকে বগলীজান অঞ্চলত এখন দোকানৰ বাৰসায় আৰম্ভ কৰে। ঘৰে দোকানে একেলগে থকা বাবে সেইখনক ৰাইজে কেঞা-গোলা বুলিছিল। উক্ত গোলাতে স্থানীয় ৰাইজে প্ৰয়োজনীয় তেল চাবোন আদি কিনিছিল আৰু বছৰৰ খাই বৈ ৰাহি হোৱা ধান মুঠি বেচি পইছা উপাৰ্জন কৰিছিল। পৰৱৰ্ত্তী পৰ্যায়ত বোৱালগুৰি তিনিআলিত তাতোতকৈ পূৰ্বৰে পৰা থকা চাবিদ আলিৰ দোকান খন, ১৯৬২ চনত চাবিদ আলিক চৰকাৰে বিদেশী বুলি বাংলাদেশলৈ বিতাৰণ কৰাত ভাউৰীলালৰ ভায়েক ৰামেশ্বৰ শৰ্মাই

কিনি লয়। এই দুয়োখন দোকানেই অৰ্থনৈতিক দিশত সেই সময়ত বগলীজান অঞ্চলত যথেষ্ট প্ৰভাৱ পেলাবলৈ সক্ষম হৈছিল। এই খিনিতে উল্লেখযোগ্য কথাটো হ'ল যে চাবিদ আলি নামৰ লোক জনৰ ডাঙৰ গৰাকী পত্নীৰ নাম আছিল লক্ষী দেৱী। আদিবাসী সম্প্ৰদায়ৰ নিৰ্জু প্ৰকৃতিৰ মহিলা গৰাকীৰ কোনো সতি সন্তান হোৱা নাছিল। উক্ত মৰমিয়াল মহিলা গৰাকীয়ে সেই সময়ত স্কুললৈ যোৱা ছাত্ৰ-ছাত্ৰী সকলক নিজৰ সন্তানৰ দৰে মৰম-চেনেহ কৰি পানী, লজেন্চ, মৰ্টন (পেছকল) আদি খাবলৈ দিছিল আৰু তেওঁৱে এদিন ভাগৰুৱা পথিকে জিৰণি লব বুলি এজোপা পাকৰি (আহঁত জাতীয়) গছো ৰোপন কৰিছিল। উক্ত পাকৰি জোপাই বৰ্তমানেও বোৱালগুৰি তিনিআলিৰ এচুকত ইতিহাসৰ স্বাক্ষৰ বহন কৰি থিয় হৈ শীতল ছাঁ বিলাই আছে। এই কথাষাৰ বৰ্তমান বোৱালগুৰি নিবাসী শ্ৰদ্ধেয় ৰসৰাম তামুলী বৰুৱাদেৱে আমাক জানিবলৈ দিছে।

বগলীজান অঞ্চলৰ যাতায়ত ব্যৱস্থা প্ৰথম অৱস্থাত বৰ দুৰ্গম আছিল বুলি বুঢ়ালোক সকলে কয়। সেই সময়ত উক্ত অঞ্চলৰ পৰা লক্ষীমপুৰ নগৰলৈ তিনিখন নদী আৰু ৭/৮ টা মান জান পাৰ হৈ নল, খাগৰিৰে আৱৰা লুংলুঙীয়া পথেৰে আহিব লগা হৈছিল। ঘৰুৱা নিত্যব্যৱহাৰ্য সামগ্ৰীখিনি ওচৰৰ গোলা কেইখনত উপলব্ধ হ'লেও কাপোৰ কানি বা অনান্য প্ৰয়োজনীয় বস্তু কিনিবৰ বাবে টাউনত থকা কানাই লাল ধনচুক ৰাজ, ওমৰ চান্দ ৰামপ্ৰসাদ, মেঘৰাজ ৰামগোপাল,সোণেশ্বৰ, ৰূপেশ্বৰ, ছফিকুল লতিফ বৰুৱা আদিৰ গোলাবোৰলৈ যাব লগা হৈছিল। বাঘ বা অন্য বনৰীয়া জন্তুৰ ভয়ত দিনৰভাগত হে মানুহে যাতায়ত কৰিছিল। বৰ্তমান উত্তৰ লক্ষীমপুৰ সদৰ থানাৰ আগেৰে পশ্চিমলৈ যোৱা পথটো চিনাতলীয়া বোৱালগুৰি হৈ নলকটা আৰু চেৰাপভাটীয়েদি লটিফৰ বাগানলৈ যোৱা অলপ আহল বহল পথ আছিল। উক্ত পথত গৰীয়াজান আৰু সোমদিৰিত বাঁহৰ দলং আছিল। পথচোৱা আহি পিছৰ পৰ্যায়ত সোমদিৰি মাথাউৰিত লগ লাগিছিল। পৰৱৰ্ত্তী সময়ত উক্ত মথাউৰিটোকে গড়কাপ্তানি বিভাগে শিল চতিয়াই দিয়াত চেৰাপ ভাটিৰ পৰা নলকটা হৈ বোৱালগুৰিলৈকে এটা শিল দিয়া বাট হৈছিল। পিছলৈ সোমদিৰি গৰীয়াজানত কাঠৰ দলং হোৱাত লড়ি (lowry) গাড়ী চলিব পৰা হৈছিল। বোৱালগুৰি তিনিআলিৰ চাবিদ আলিৰ দোকানৰ পৰা বগলীজান তিনি আলিৰ ভাউৰীলালৰ গোলালৈ এই চোৱা পথ প্ৰথম অৱস্থাত ৰাইজেই শ্ৰমদান কৰি হাতীলোং নৈত বাঁহৰ দলং আৰু জান কেইটাৰ ওপৰত বাহঁৰ সাঁকো দি দুয়োকাষৰ পৰা মাটিজাপি পথৰ আকৃতি দিছিল। পৰৱৰ্ত্তী পৰ্যায়ত তিলক চন্দ্ৰ বৰুৱা, ৰসৰাম তামুলী বৰুৱা, প্ৰহ্লাদ শৰ্মা, কৃষ্ণ ডেকা, আবুল কালাম, নন্দেশ্বৰ দত্ত, নবীন গঁগেকে ধৰি মুঠ ১১ জনীয়া কমিটি এখনৰ প্ৰচেষ্টাত ১৯৬৭ চনত পথচোৱা গড়কাপ্তানী বিভাগৰ অন্তৰ্ভূক্ত হয় বুলি নন্দেশ্বৰ দত্ত প্ৰমুখ্যে তিলক বৰুৱা আৰু ৰসৰাম তামুলী বৰুৱা দেৱে জানিবলৈ দিছে।

বগলীজানৰ একাংশলোক শিক্ষাৰ ক্ষেত্ৰত বৰ সচেতন আছিল। হাবি বন ভাঙি খেতি মাটি উলিয়াই নপমুৰা অৱস্থাৰ পৰা স্থায়ী বাসস্থানলৈকে অতি শাৰীৰিক পৰিশ্ৰমৰ মাজেৰে দুবেলা দুমুঠি ভাতৰ যোগাৰ কৰাৰ উপৰিও তেওঁলোকে নব প্ৰজন্মক আধুনিক শিক্ষাৰে শিক্ষিত কৰি কেনেধৰণেৰে সময়ৰ লগত খোজ মিলাই চলিব পৰা কৰিব পাৰে সেই চিন্তাহে প্ৰবল আছিল। সেই সকল লোকৰ প্ৰচেষ্টাতে, থানুৰাম তামুলীৰ প্ৰধান শিক্ষকতাত বগলীজান এল. পি. সিদ্ধিৰাম বৰুৱাৰ শিক্ষকতাত গোবৰিশালী এল.পি. মাণিক চন্দ্ৰ বুঢ়াগোহাঁইৰ শিক্ষকতাত চাংমাই গাওঁ এল.পি.স্কুল, গোলোক দত্তৰ শিক্ষকতাত হাতীলোং যোৰহটীয়া প্ৰাঃবিঃ, হৰেন্দ্ৰ নাথ শৰ্মাৰ শিক্ষকতাত বোৱালগুৰি এল.পি.স্কুল, আনন্দ ৰাম দত্তৰ প্ৰধান শিক্ষকতাত উজনি খামটি বালিগাওঁ প্ৰাথমিক বিদ্যালয় আদি স্থাপিত হয়। সেই সময়ত মাধ্যমিক শিক্ষা আৰু উচ্চ শিক্ষা গ্ৰহণ কৰিবলৈ বগলীজান অঞ্চলৰ ছাত্ৰ-ছাত্ৰী সকল লক্ষীমপুৰ চহৰত থকা এম. ভি স্কুল, চৰকাৰী বয়জ স্কুল, পানীন্দ্ৰ বিদ্যালয় আৰু চৰকাৰী গাৰ্লছ হাইস্কুললৈ যাব লগা হৈছিল। উক্ত অঞ্চললৈ ছাত্ৰ-ছাত্ৰী সকল বৰ কষ্টেৰে যাব লগা হৈছিল। বাৰিষা কালত টিয়নী সলাই আৰু কেতিয়াবা কেতিয়াবা একাঠু বোকা পানীৰ মাজেৰে স্কুললৈ যাব লগা হৈছিল। তেতিয়াৰ ছাত্ৰ ডাঃ প্ৰফুল্ল বৰুৱা, সভাৰাম বৰুৱা (অভাৰ চেয়াৰ), ৰেবত লাহন(চুবেদাৰ মেজৰ), নন্দেশ্বৰ দত্ত (কৃতী শিক্ষক), ফণীধৰ গগৈ (অৱসৰ প্ৰাপ্ত ডি আই জি) আনন্দ দত্ত (শিক্ষক), প্ৰেমধৰ গগৈ (অৱসৰ প্ৰাপ্ত আবকাৰী আয়ুক্ত) নবীন গগৈ , সমাজকৰ্মী কেপেশ্বৰ সেনাপতি, মাণিক সেনাপতি (জ্যেষ্ঠ সহায়ক PWD ) মূলাৰাম লাহন(শিক্ষক), মূলাৰাম লাহন (মণ্ডল), ৰসৰাম তামুলী বৰুৱা (অৱসৰ প্ৰাপ্ত জিলা কৃষি বিষয়া) তিলক চন্দ্ৰ বৰুৱা (লক্ষীমপুৰ মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ) আদিৰ ভিতৰত বৰ্তমান জীৱিত থকা বয়োজ্যেষ্ঠ বিশিষ্ট লোক সকলৰ মতে এই ফালৰ পৰা যোৱা সকলো লোকে গৰিয়াজানত প্ৰথমে ভালদৰে ভৰি হাত ধুইহে টাউনত সোমাব লগা হৈছিল। উল্লেখযোগ্য যে ১৯৫২ চনত লক্ষীমপুৰ টাউনৰ বৰ্ত্তমান জিলা পুথি ভঁৰাল থকা ঠাইতে বৃটিছ আমোলৰ এটি ঘৰত(হেমগু হল) বিশ্ব নাৰায়ন শাস্ত্ৰী দেৱৰ অধ্যক্ষতাত লক্ষীমপুৰ জেনেৰেল কলেজখনৰ পাঠদান আৰম্ভ হৈছিল। প্ৰথম অৱস্থাত কলেজ খনত পুৱা বেলাৰ ক্লাচ বহিছিল। বৰ্ত্তমান উক্ত মহাবিদ্যালয়খনে স্বতন্ত্ৰ মহাবিদ্যালয়ৰ (Autonomous college) মৰ্যাদা লাভ কৰিবলৈ সক্ষম হৈছে।

বগলীজান অঞ্চলৰ শিক্ষাৰ প্ৰতি ধাউতি থকা ছাত্ৰ-ছাত্ৰী সকলৰ দূৰৰ বিদ্যালয়লৈ যোৱা কষ্টখিনি লাঘৱ কৰাৰ মানসেৰে শিক্ষাপ্ৰীতি থকা স্থানীয় উৎসাহী ব্যক্তি সকলৰ প্ৰচেষ্টাৰে ১৯৫৭/৫৮ চন মানত সৰ্বানন্দ গগৈ দেৱৰ নিজা মাটিত বোৱালগুৰিৰ নিবাসী থিৰ মজুমদাৰ নামৰ এজন ব্যক্তিৰ প্ৰধান শিক্ষকতাত বগলীজান

মধ্য ইংৰাজী বিদ্যালয় নামৰ এখন বিদ্যালয় স্থাপন কৰে। কিছু দিনৰ পিছত থিব মজুমদাৰ পঞ্চায়তৰ সভাপতি নিৰ্বাচিত হৈ শিক্ষকতা বাদ দিয়াত চেৰাপভাটি গাঁৱৰ নিবাসী দণ্ডি গগৈয়ে প্ৰধান শিক্ষকৰ দায়িত্ব চম্ভালে। পিছত দণ্ডি গগৈ দেৱৰ চাহ বাগানত চাকৰি হোৱাত নলকটা গাঁৱৰ নিবাসী ৰমা গগৈ দেৱে বিদ্যালয়ৰ দায়িত্ব লয়। কিছুদিন পিছত তেখেতৰো অন্য ঠাইত চৰকাৰী চাকৰি হোৱাত চেমুৱেল নাবা নামৰ অৰুণাচলী শিক্ষিত লোক এজনক ৰাইজে প্ৰধান শিক্ষকৰ দায়িত্ব দিয়ে। কিছুদিনৰ পিছত সেইগৰাকী লোকেও নিজ ৰাজ্যত ভাল চাকৰি পাই গুচি যোৱাত,স্থানীয় ৰাইজৰ সৰ্বসন্মত সিদ্ধান্ত মৰ্মে নেফাত কৰ্মৰত অৱস্থাৰ পৰা গোবিন ফুকন দেৱক একপ্ৰকাৰ জোৰ কৰিয়ে আমন্ত্ৰণ জনাই  বিদ্যালয়খনিৰ দায়িত্ব অৰ্পণ কৰিছিল।

প্ৰধান শিক্ষক হিচাপে গোবিন ফুকন দেৱে বিদ্যালয়খন পূৰ্ণোদ্যমে চলাই থকাৰ সময়তে বিদ্যালয় খনৰ বাবে স্থায়ীভূমিৰ অভাৱ হৈছিল আৰু বিদ্যালয় খনি বন্ধ হৈ যোৱাৰ উপক্ৰম হৈছিল। সেই সময়তে চন্দ্ৰ লহকৰ(লক্ষীমপুৰ নগৰৰ বাসিন্দা) নামৰ এজন ব্যক্তিয়ে তেখেতে ভোগ কৰি থকা ১০ বিঘা চৰকাৰী ভূমি বিদ্যালয় খনলৈ দান কৰাত ৰাইজে নখ জোকাৰিলে নৈ বোৱাৰ দৰে বগলীজান মধ্য ইংৰাজী বিদ্যালয় খনেও পুনৰ ঠন ধৰি উঠাৰ লগতে উক্ত ঠাইতে হাতীলোং যোৰহটীয়া প্ৰাথমিক বিদ্যালয়খনো গঢ় লৈ উঠিছিল আৰু বিদ্যালয় দুখনি ১৯৫৭ চনত চৰকাৰীকৰণ হৈ অঞ্চলটিৰ বাবে বিদ্যায়তনিক দিশত এখোজ আগবঢ়াই নিয়াত সহায়ক হ'ল। সেই সময়ত শিক্ষা প্ৰীতি দেখুৱা ব্যক্তিসকলৰ ভিতৰত যেনে জয়ৰাম গগৈ, পদ্ম ফুকন, চন্দ্ৰ লহকৰ,নন্দেশ্বৰ দত্ত, আনন্দ ৰাম দত্ত, সোমেশ্বৰ গগৈ, মখনা গোহাঁই, হৰনাথ বুঢ়াগোহাঁই, অকণ শইকীয়া, সিদ্ধিৰাম বৰুৱা, সভাৰাম বৰুৱা, বিভীষণ বৰুৱা, হেম বৰুৱা, দীন বৰপাত্ৰ গোহাঁই, ভূকান্ত বৰুৱা,ৰামেশ্বৰ ফুকন, কুশল শইকীয়া, টঙ্কেশ্বৰ শইকীয়া, কণ শইকীয়া, মহেন্দ্ৰ খনিকৰ, ৰবীন গগৈ, প্ৰেমেধৰ তামুলী, দেৱ তামুলী, বোপাইকণ সেনাপতি, ভৱকান্তলাহন, প্ৰেমকান্তলাহন, মাণিক বৰুৱা, মাণিক বুঢ়াগোহাঁই, পদ্মেশ্বৰ চাংমাই, ধৰ্মেশ্বৰ ফুকন, হাফিজ আলি আকবৰ, মহিউদ্দিন আহমেদ, মহেন্দ্ৰ বৰুৱা, কুশৰাম বৰুৱা, ঘন তামুলী, ভাউৰীলাল শৰ্মা, ৰামেশ্বৰ শৰ্মা, মাধৱ ভৰালী, ভূৱনচন্দ্ৰ গগৈ,গোলাপ লাহন, বসন্ত সেনাপতি, জাতিৰাম গগৈ, গনেশ কোঁৱৰ, প্ৰহ্লাদ শৰ্মা, কৃষ্ণ ডেকা, পদ্ম চেতিয়া, সঞ্জয় তামুলি আদিৰ নাম উল্লেখযোগ্য।

পৰৱৰ্ত্তী ১৯৬৮/৬৯ চনত বিদ্যালয় খনিৰ লগতে উচ্চ মাধ্যমিক বিদ্যালয় বুলি উচ্চ খাপটি সংযোজন ঘটাবলৈ ৰাইজে মন মেলি মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক গোবিন ফুকনকে প্ৰধান শিক্ষকৰ দায়িত্ব অৰ্পণ কৰে আৰু বিদ্যালয়খনিক পুনৰ বগলীজান উচ্চ মাধ্যমিক বিদ্যালয় নামেৰে নামকৰণ কৰে। সেই সময়তে ১৯৬৯ চনত বিদ্যালয়খনিৰ লগত জড়িত একাংশ ৰাইজ আৰু একাংশ শিক্ষক মণ্ডলীয়ে

বগলীজান উচ্চ মাধ্যমিক বিদ্যালয়খনিৰ স্থান পৰিবৰ্তন কৰিবলৈ বিচৰাত মতানৈক্যৰ সৃষ্টি হৈ ৰাইজৰ মাজত বিভাজন ঘটিছিল। গৰিষ্ঠ সংখ্যক লোকৰ সন্মতি সাপেক্ষে বিদ্যালয়খন চিনাতলীয়া গাঁৱৰ ৰেল পথৰ সমীপৰ চৰকাৰী গোপচাৰত স্থাপন কৰা হ'ল, যদিও কম সংখ্যক লোক তাত সন্তুষ্ট হ'ব পৰা নাছিল, যাৰ বাবে তেওঁলোকৰ মাজত সৰু-সুৰা সংঘাতৰ সৃষ্টি হৈছিল আৰু বিদ্যালয়খনি আইনী মেৰপেছতো সোমাই পৰিছিল। পৰৱৰ্ত্তী সময়ত লক্ষীমপুৰ জিলাৰ প্ৰাক্তন বিধায়ক মহানন্দ বড়া দেৱৰ সহযোগিতাত দুয়ো-কুল ৰক্ষা কৰি নৱনিৰ্মিত বিদ্যালয়খনক লক্ষীমপুৰ কলেজিয়েট উচ্চ মাধ্যমিক বিদ্যালয় নামেৰে নামকৰণ কৰা হয় আৰু ইয়াৰ জৰিয়তে অঞ্চলটিৰ শিক্ষাৰ ক্ষেত্ৰত আৰু এক যোগাত্মক দিশৰ সূচনা হ'ল। এই বিদ্যালয়খনিৰ প্ৰতিষ্ঠা কালৰে পৰা এম.ই আৰু হাই খাপ দুয়োটাই আৰম্ভ কৰা হৈছিল আৰু প্ৰতিটো শ্ৰেণীতে বহু সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে নামভৰ্ত্তি কৰিছিল। আৰম্ভণিতে এম ই ৰ প্ৰধান শিক্ষক দায়িত্বত আছিল কৃষ্ণ ডেকা আৰু হাই খাপৰ প্ৰধান শিক্ষক আছিল বিমল চন্দ্ৰ হাজৰিকা। দুয়োজন প্ৰধান শিক্ষকৰ প্ৰচেষ্টাতে বিদ্যালয়খনিয়ে আদৰ্শ বিদ্যালয়ৰ ৰূপ পাইছিল। আনহাতে ভগ্নপ্ৰায় অৱস্থাতে পূৰ্বৰ বগলীজান উচ্চ মাধ্যমিক বিদ্যালয়খনিৰ স্থিতাৱস্থা বাহাল ৰাখিবলৈ গোবিন ফুকন, প্ৰহ্লাদ শৰ্মা, বসন্ত সেনাপতি, প্ৰমুখ্যে শিক্ষকসকল আৰু নন্দেশ্বৰ দত্ত দেৱকে মুখ্য কৰি থানুৰাম তামুলী, বেণুধৰ বৰুৱা, উমেশ্বৰ বৰা, কাতিৰাম বৰা, ধনীৰাম শইকীয়া, চেনিৰাম বৰুৱা, তিলেশ্বৰ শইকীয়া, নেমেল মৰাং, বাবুজন শইকীয়া, পূৰ্ণকান্ত বৰা, দীননাথ শইকীয়া, ডিম্বেশ্বৰ শইকীয়া (তৰণী), কেমন শইকীয়া, কেকণ শইকীয়া, টংকেশ্বৰ শইকীয়া (বায়ন), গোলাপ শইকীয়া,ঘন বৰা, বাবুলা বৰা, কনেকেশ্বৰ বৰুৱা (কলীয়া), সিদ্ধিৰাম বৰুৱা, বিভীষণ বৰুৱা, সভাৰাম বৰুৱা, দামাদৰ লাহন, গোৰ্বদ্ধন খনিকৰ, ৰবীন গগৈ, সিদ্ধেশ্বৰ সেনাপতি, বোপাইকণ সেনাপতি, বাপুকণ সেনাপতি, অতুল সন্দিকৈ, নৰাম ফুকন, কলিমন ফুকন, পদ্ম বৰা, মাখন গোহাঁই, বাপ চেতিয়া, পদ্ম বৰা, গোলোক দত্ত, ভূধৰ শেনচোৱা বৰুৱা, ডিনাৰাম বৰা, দ্ৰোৰ্ণকান্ত গগৈ, গতি, কণলৰা শইকীয়া আদিয়ে অপ্ৰাণ চেষ্টা কৰি, নাওবৈচোৰ গোলাপ শইকীয়া দেৱক সভাপতি আৰু ৰবীন গগৈক সম্পাদকৰ দ্বায়িত্ব অৰ্পণ কৰি, পুনৰ এখনি পৰিচালনা সমিতি গঠন কৰি বিদ্যালয়খনিক সজীৱ কৰি তুলিছিল বুলি কৃৰ্তী শিক্ষক নন্দেশ্বৰ দত্ত দেৱে জানিবলৈ দিছে। সিফালে একাংশ শ্ৰদ্ধা বান ব্যক্তি লক্ষীমপুৰ কলেজিয়েট উচ্চ মাধ্যমিক বিদ্যালয়খনি প্ৰতিষ্ঠাৰ সময়ত ওতঃপ্ৰোত ভাৱে জড়িত আছিল। সেইসকলৰ ভিতৰত বিশেষকৈ ভূৱন চন্দ্ৰ গগৈ, ৰামেশ্বৰ ফুকন, ঘনকান্ত বৰুৱা, গণেশ কোঁৱৰ, তৰুণ বৰুৱা, মাধৱ বৰুৱা, বিপিন কোঁৱৰ, ঘন তামুলী, মদনচন্দ্ৰ তামুলী বৰুৱা, বিনন্দ্ৰ চন্দ্ৰ বৰগোহাঁই, পদ্ম নেওগ,গোলাপ শইকীয়া,যদু দাস, মোহন চন্দ্ৰ বৰুৱা, হাফিজ আলি আকবৰ, হৰনাথ বুঢ়াগোহাঁই, অকণ

শইকীয়া, পদ্মেশ্বৰ চাংমাই, এহিয়া চিদ্দিক,ভদ্রেশ্বৰ কলিতা, কুশ তামুলি, ৰেবত দত্ত, থিৰ মজুমদাৰ, বাপু মজুমদাৰ, জাতিৰাম গগৈ, মাধৱ ভৰালী দেৱ তামুলী, মুলাৰাম লাহন, ৰমেশ গগৈ, হেম হাজৰিকা, কুশৰাম বৰুৱা, হিন্দু গাঁৱৰ গঙ্গাধৰ হাজৰিকা আদি। এইখিনিতে দুৱাষাৰ কথা নিলিখিলে লক্ষীমপুৰ কলেজিয়েট হাইস্কুল প্রতিষ্ঠাকালৰ কাহিনী আধৰুৱা হৈ ৰ'ব। বিদ্যালয়খন প্রতিষ্ঠাৰ বাবে বিনন্দ চন্দ্ৰ বৰগোহাঁই দেৱৰ এক আশাশুধীয়া প্রচেষ্টা আছিল বুলি ক'লে বঢ়াই কোৱা নহ'ব। একমাত্র তেখেতৰ প্রচেষ্টাতেই সমগ্র নগৰ পশ্চিমাঞ্চলৰ শুভাকাংক্ষী ৰাইজ বিদ্যালয়খন গঢ় দিবলৈ ওলাই আহিছিল। মোৰ সৰু কালৰ কথা এতিয়াও মনত আছে, এদিন ভৰ দুপৰীয়া চৌফলীয়া ৰ'দকো আওকাণ কৰি তেখেতে বিদ্যালয়খনৰ নিৰ্মাণ সম্পৰ্কত আমাৰ দেউতাৰ লগত কথা পাতিবলৈ আহিছিল আৰু আমাৰ দেউতাৰ সমন্বিতে চাংমাই গাঁৱৰ কেইজনমান উৎসাহী যুৱকক লগত লৈ মদন চন্দ্ৰ বৰুৱা দেৱৰ গোৱৰীশালি পথাৰত পৰিত্যক্ত অৱস্থাত থকা প্রকাণ্ড দীঘল ম'হ খুঁটিৰ ঘৰ এটা ভাঙি লৈ একাঁঠু পানীৰ মাজেৰে কান্ধত ভাৰ বৈ আনি বিদ্যালয় গৃহটি নিৰ্মাণ কৰিছিল। লগতে আমাৰ দেউতা ৰামেশ্বৰ ফুকন দেৱে নিজগৃহ নিৰ্মাণৰ বাবে বনাই ৰখা বাহঁৰ চাল- বেৰখিনি আৰু বৰগোহাঁই দেৱে নিজৰ বাবে আনিথোৱা ঘৰচোৱা খেৰখিনিও বিদ্যালয়ৰ নিৰ্মাণৰ কামত লগাইছিল। আৰম্ভণিৰ পৰাই বিদ্যালয়খনৰ দিনে-ৰাতিয়ে ৰক্ষণাবেক্ষণৰ দায়িত্বত আছিল নলকটা গাঁৱৰ নিবাসী ৰত্নেশ্বৰ গগৈ ওৰফে ক'লাগুটি (দাইটি)। তেখেতে বিদ্যালয়খনৰ আৱন্টিত মাটিখিনিত জেওৰা-জপনা দি বিভিন্নধৰণৰ গছ-পুলি ৰুই সৌন্দৰ্যবৰ্দ্ধন কৰিছিল। বিশিষ্ট সমাজকৰ্মী ৰামেশ্বৰ ফুকন দেৱে ৰোপন কৰা দুজোপা নাহৰ গছ, বৰ্ত্তমানেও বিদ্যালয়খনৰ চৌহদত অতীতৰ স্মৃতিৰ সাক্ষী হৈ মূৰ দাঙি আছে। উক্ত বিদ্যালয়খনত পঢ়াৰ সৌভাগ্য আমাৰো ঘটিছিল। এদিন কোনোবা এখন অভিভাৱকৰ সভাত আমাৰ দেউতাই বিদ্যালয় খনৰ অতীতৰ স্মৃতিৰ ৰোমন্থন কৰি ভাষণ প্ৰসঙ্গত মহানন্দ বড়া দেৱ আৰু হাফেজ আলি আকবৰ চাহাবৰ নাম বিশেষভাৱে উল্লেখ কৰা শুনিবলৈ পাইছিলো। বিদ্যালয়খন নিমাৰ্ণৰ সময়ত অঞ্চলটিৰ ৰাইজে ধনে জনে যি যেনেকৈ পাৰে সহায় কৰিছিল বুলি বিনন্দ চন্দ্ৰ বৰগোহাঁই দেৱে জানিবলৈ দিছে।

কৃষ্টি সংস্কৃতিৰ ক্ষেত্ৰত বগলীজান অঞ্চলটি বৰ আগবঢ়া আছিল। বিশেষকৈ চাংমাই গাঁও আৰু হাতীলোং যোৰহটীয়া অঞ্চলৰ লোক সকল অতি সংস্কৃতি পৰায়ণ। ১৯৩০ চনতেহাতীলোং যোৰহটীয়া অঞ্চলটিৰ লোকে সৰ্বপ্ৰথম এটি নামঘৰ প্ৰতিষ্ঠা কৰে। উক্ত হাতীলোং যোৰহটীয়া নামঘৰতে সেই বছৰতে লক্ষ্মীপূজাৰ দিনা বেণুধৰ বৰুৱাৰ নেতৃত্বত সৰ্বপ্ৰথম ভাওনা অনুষ্ঠিত কৰা হয় বুলি যোৰহটীয়া গাঁৱৰ সমাজকৰ্মী ৰুদ্ৰ শইকীয়া দেৱৰ পৰা জানিব পৰা গৈছে। তাৰপিছতহে চাংমাই গাঁৱত ভাওনা

পাতিবলৈ লোৱা হয় বুলি গম পোৱা গৈছে। ভাওনা সংস্কৃতিৰ কথা ক'বলৈ গ'লেই হাতীলোং যোৰহটীয়া গাঁৱৰ কুশল শইকীয়া, ব্ৰজনাথ তামুলী, বগলীজানৰ গোবৰ্দ্ধন খনিকৰ, চাংমাই গাঁৱৰ তৰুণ বৰুৱা, পূৰ্ণকান্ত বৰা ( পোৱালি বায়ন), গুণকান্ত ফুকন (সোনি), ঘনকান্ত ফুকন, তৰুণ শইকীয়া, যোগেন ফুকন বায়ন, নোমল খনিকৰ, বাপাৰাম বৰা আদিৰ নাম উল্লেখ কৰিব লাগিব। কুশল শইকীয়া ব্ৰজনাথ তামুলী দেৱৰ প্ৰচেষ্টাতে ভাওনা সংস্কৃতিয়ে সমগ্ৰ অঞ্চলটিত বিস্তাৰ আৰু প্ৰসাৰতা লাভ কৰিছিল বুলি সকলোৱে একমুখে স্বীকাৰ কৰে। এই ক্ষেত্ৰত স্বনামধন্য টেপু ফুকন বায়ন, টংকেশ্বৰ শইকীয়া বায়ন দেউতা সকলৰ নামো উল্লেখনীয়। পৰৱৰ্ত্তী পৰ্যায়ত নাট্য সংস্কৃতিৰ চৰ্চাও হৈছিল, যাৰ ফলত অঞ্চলটিত এক মঞ্চ পৰম্পৰা গঢ় লৈ উঠিছিল। উক্ত মঞ্চ আন্দোলনৰ গুৰি ধৰোঁতা  তৰুণ বৰুৱা, ললিত তামুলী, অৰুণ বৰুৱা, বিনয় শইকীয়া,জীৱন তামুলী, উমাশংকৰ শইকীয়া (বিজু), মনটি শইকীয়া, ঝুলন ফুকন,অৰুণ তামুলী আদিৰ নাম উল্লেখযোগ্য। বিহু সংস্কৃতি পৰম্পৰা অঞ্চলটিত আজিও বিদ্যমান। অঞ্চলটোৰ পৰা জাকত জিলিকা সংস্কৃতিৱান লোকৰো সৃষ্টি হৈছে। তেওঁলোকৰ ভিতৰত বৰহমথুৰি হুঁচৰি দলৰ জন্মদাতা প্ৰতিভাবান ঢোলবাদক অম্বিকা খনিকৰৰ নাম উল্লেখযোগ্য। নব প্ৰজন্মৰ ভিতৰত যেনে যতীন লাহন, জংকি গগৈকে আদি কৰি বহুতো দৰদী গায়ক গায়িকাৰ সৃষ্টি হৈছে। মোৰ মনত আছে ,এবাৰ সদৌ অসম মুক্তিযুঁজাৰু সন্মিলনখন লক্ষীমপুৰ কলেজিয়েট হাইস্কুলত বৰ আড়ম্বৰপূৰ্ণ ভাৱে পালন কৰা হৈছিল। অনান্য পিছপৰা জাতি সন্মিলনখনো এবাৰ জিলা ভিত্তিত চাংমাই গাঁৱত পতা হৈছিল। জিলা ভিত্তিত পতা আহোম সভাখনো এবাৰ নলকটাত অনুস্থিত হৈছিল। সদৌ অসম মধ্য ইংৰাজী বিদ্যালয়ৰ শিক্ষক সন্মিলনি এবাৰ লক্ষীমপুৰ কলেজিয়েট হাইস্কুলত অনুষ্টিত কৰিছিল। উক্ত অনুষ্ঠানবোৰত অঞ্চলটিৰ ৰাইজ ওতঃপ্ৰোতভাৱে জড়িত হৈ , নাটক ভাওনা আৰু সাংস্কৃতিক অনুষ্ঠান আদি স্থানীয় শিল্পীৰ দ্বাৰাই পৰিবেশন কৰি উপভোগ্য কৰি তুলিছিল। স্বনাম ধন্য টেপু ফুকন, ঘনকান্ত ফুকন, টঙ্কেশ্বৰ শইকীয়া বায়ন দেউতাহঁতৰ প্ৰচেষ্টাৰ কাৰণেই আৰু সেই সময়ৰ যুৱ প্ৰজন্মৰ উৎসাহ উদ্দীপনাতেই বগলীজান অঞ্চলৰ কথিত ভাষাৰ নাট ভাওনাই সমগ্ৰ লক্ষীমপুৰ জিলাতে সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল। কুশল শইকীয়া,ব্ৰজনাথ তামুলী ফুকন, তৰুণ বৰুৱা, কুলধৰ শইকীয়া (মতিনা), ৰুদ্ৰ শইকীয়া,তৰুণ শইকীয়া (ভট্ট) ললিত তামুলী, ঘন বৰপাত্ৰ গোহাঁই, গোবৰ্দ্ধন খনিকৰ, ক্ষেত্ৰ গগৈ, মঙলা শইকীয়া আদিৰ অভিনয় প্ৰতিভা স্মৰণযোগ্য। পৰৱৰ্ত্তী সময়ত দুই এক উৎসাহী লোকৰ প্ৰচেষ্টাত আঞ্চলিক ভিত্তিত ৰাসযাত্ৰা পাতিছিল। স্থানীয় শিল্পী তথা কলা কুশলীৰ দ্বাৰা পৰিৱেশিত আৰু অভিনীত ৰাস লীলাই দৰ্শকৰ মন মুহিব পাৰিছিল। উক্ত ৰাসত হৰনাথ বুঢ়াগোহাঁইৰ কংসৰ আৰু মদন দিহিঙ্গীয়াৰ কালকেতুৰ অভিনয় চাই সৰুকালত মই নিজেই বৰ আপ্লুত হৈছিলো।ব্ৰজনাথ তামুলীদেৱৰ একক

প্ৰচেষ্টাত সত্ৰীয়া নৃত্য আৰু গুৰুজনাৰ সৃষ্টি খোল বাদ্য আদি অঞ্চলটোত চৰ্চা হৈছিল আৰু বৰ্তমানেও লক্ষীৰাম শইকীয়া দেৱে তেনে প্ৰচেষ্টাৰে গুৰু দুজনাৰ কৃষ্টি সংস্কৃতি নাট-নাটিকা, ঝুমুৰ আৰু চালি নৃত্যৰ প্ৰশিক্ষণৰ ব্যৱস্থা চলাই ৰাখি সমগ্ৰ অঞ্চলটিতে এক সাংস্কৃতিক পৰিবেশ গঢ়ি তুলিব পাৰিছে। ইয়াৰ উপৰিও বোৱালগুৰি বহুমুখী যুৱ আৰু কৃষ্টি বিকাশ সংঘ, বোৱালগুৰি মিলিজুলি যুৱ ও কৃষ্টি বিকাশ কেন্দ্ৰ, বগলীজান যুৱ সংঘ, চাংমাই গাঁৱৰ যুৱ সংঘ আৰু হাতীলোং যোৰহটীয়া গাঁৱৰ যুৱ সংঘ সমূহে কৃষ্টি ও সাংস্কৃতিক বিকাশৰ ক্ষেত্ৰত অঞ্চলটিত উল্লেখনীয় ভূমিকা গ্ৰহণ কৰা পৰিলক্ষিত হৈছে।

আৰ্থ সামজিক দিশত অঞ্চলটো পূৰ্বৰ তুলনাত বৰ্ত্তমান যথেষ্ট উন্নত হৈছে। বেছিভাগ পৰিয়ালৰে লৰা-ছোৱালী বিলাক শিক্ষিত আৰু প্ৰায় লোকৰ ঘৰতে চৰকাৰী বা কোম্পানী আদিত চাকৰি কৰা লোক আছে। ক্ষুদ্ৰ ব্যৱসায়ীৰ পৰা ডাঙৰ ব্যৱসায়লৈও মন মেলি কৃতকাৰ্য হোৱা লোকৰ সংখ্যাও বৃদ্ধি হৈছে। পুলিচ, আবকাৰী বিভাগৰ উচ্চ পদস্থ বিষয়াকে ধৰি শিক্ষা জগতৰ মেধা সম্পন্ন শিক্ষক, প্ৰৱক্তা আৰু অধ্যাপক আছে। কাৰিকৰী দিশত ডাক্তৰ, ইঞ্জিনীয়াৰ আদি বিষয়টো সেৱা আগবঢ়াব পৰা লোকৰ সংখ্যা বৃদ্ধি হৈছে আৰু সামাৰিক বিভাগত যোগদান কৰি দেশৰ নিৰাপত্তাৰ ক্ষেত্ৰতো সেৱা আগবঢ়াব পাৰিছে। অসামৰিক সেৱাৰ ক্ষেত্ৰটো কৰ, কৃষি, শিক্ষা বিভাগতো উচ্চ পদবী ধাৰী ব্যক্তি কেইবাজনো সমাজ খনত আছে। অঞ্চলটোত ভাল ৰাজনৈতিক নেতাৰো জন্ম হৈছে। শিল্পী সাহিত্যিক, বুৰঞ্জীবিদ আদিৰ জন্ম হৈছে। তেনেস্থলত অদূৰ ভৱিষ্যতে অঞ্চলটি শিক্ষা-দীক্ষাই, ধনে-জনে, সামাজিক, সাংস্কৃতিক, ৰাজনৈতিক দিশত আৰু উন্নতি হোৱাৰ থল আছে।

ধৰ্মীয় পৰম্পৰাৰ কথা উল্লেখ কৰিবলৈ গ'লে ক'ব লাগিব বগলীজানৰ সমগ্ৰ অঞ্চলটিতে হিন্দু, ইছলাম, আৰু খ্ৰীষ্টিয়ান ধৰ্মাৱলম্বী লোকে সম্প্ৰীতিৰে বাস কৰে। হিন্দু সকলৰ একাংশই পৰম্পৰাগত ভাবে সত্ৰ সমূহে দিয়া শ্ৰীমন্ত শঙ্কৰ গুৰুজনাৰ পূৰ্বৰ নীতি আদৰ্শত চলে আৰু আনএকাংশ ৰাইজ শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ নীতি আদৰ্শত চলিছে। প্ৰত্যেকে সাম্প্ৰদায়িক পৰম্পৰাখিনি নিজাকৈ পালন কৰে। বগলীজানৰ ইছলাম ধৰ্মী সকলে ইছলামৰ 'হানফি' মতবাদক লৈ চলে আৰু তাৰে অধিক সংখ্যক লোক নোৱাখলীয়া মুছলমান। কম সংখ্যকহে মৈমনসিঙীয়া মুছলমান। বাকী খ্ৰীষ্টিয়ান সকল ৰোমান কেথলিকত ব্ৰাপ্তাইজ হোৱা লোক। অঞ্চলটোত হিন্দু ৰাইজে শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱ দেৱৰ জন্মোৎসৱ আৰু মৃত্যু তিথি নামঘৰ বিলাকত বৰ্ণাঢ্য কাৰ্যসূচীৰে পালন কৰে। 'এক দেৱ এক সেৱ' নীতি মানি চলাৰ কাৰণে শক্তি-পূজা আদিয়ে বগলীজান অঞ্চলত প্ৰাধান্য নাপায়। মুছলমান সকলেও ঈদ, ফাতেহা, মিলাড মেহফিল, জলচাহ আদি অনুষ্ঠিত কৰি এক ধৰ্মীয় বাতাবৰণ ধৰি ৰাখিছে। ঠিক তেনেকৈ খ্ৰীষ্টিয়ান সকলেও প্ৰতিটো দেওবাৰ, বৰদিন, গুড্‌ফ্ৰাইডে আদিত তেওঁলোকৰ ধৰ্মীয় পৰম্পৰা ৰক্ষা কৰি

চলিছে।

ক্রীড়াৰ ক্ষেত্ৰখনত একমাত্ৰ ৰাষ্ট্ৰীয় পৰ্যায়ৰ খেলুৱৈ আনন্দ তামুলীৰ বাহিৰে অঞ্চলটোত অতীত আৰু বৰ্ত্তমানত বিশেষ কোনো পাৰদৰ্শী লোক ওলোৱা নাই। মাজৰ সময়খিনিত ফুটবল আৰু ভলীবল খেলা হৈছিল আৰু নিকট বৰ্ত্তী গাওঁ বিলাকৰ যুৱক সকলৰ মাজত প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল। বিশেষকৈ ফুটবল খেল অঞ্চলটোত বৰ জনপ্ৰিয় আছিল। আধুনিক যুগৰ ৰাচিয়ান আৰু কচ্‌ক'বল ওলোৱাৰ আগতেই লেচিং কৰা ফুটবলেৰে নলকটা, বগলীজান, চাবতি,চিনাতলীয়া আদি মুকলি গ্ৰেজিং বিলাকত বল খেলা অনুষ্ঠিত হৈছিল আৰু বগলীজান দলৰ জয়যাত্ৰা নিশ্চিত আছিল। পিছলৈ এই খেল বিলাকত সততে কাজিয়া হৈ দুখন গাঁও জড়িত হৈ পৰাত আৰু গাঁৱলৈ অপ্ৰত্যাশিত ভাৱে পুলিচ অহাৰ ভয়ত খেলবিধ বন্ধ হ'ল। তাৰোপৰি বৰ্ত্তমানৰ ক্ৰিকেট খেলৰ সংক্ৰমনত বগলীজানৰ ফুটবল খেল ইতিহাসত পৰিণত হ'ল। বাকী খেল-ধেমালি বিলাক বহাগী উৎসৱ আৰু ভোগালী উৎসৱৰ লগত সংগতি ৰাখি মাজে সময়ে সংঘ সমূহে অনুষ্ঠিত কৰা দেখা যায়। এইখিনিতে মোৰ মনত পৰা এটা কথা লিখিব বিচাৰিছোঁ, ১৯৭৭-৭৮ চন মানত এচ টি কে হাইস্কুলত লক্ষীমপুৰ জিলাভিত্তিক এক গ্ৰাম্য ক্ৰীড়া প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল। উক্ত ক্ৰীড়া প্ৰতিযোগিতাত আমাৰ অঞ্চলৰ পৰাও পঞ্চায়ত কৰ্মী সকলে বাছনি কৰি কিছুমান চেমনীয়া ল'ৰা লৈ গৈছিল। তাৰ ভিতৰত চাংমাই গাঁৱৰ পৰা যোৱা জিৎৰাম গগৈয়ে এশ, দুশ আৰু চাৰিশ মিটাৰ দৌৰত অতি বেগেৰে দৌৰি তিনিওটা প্ৰতিযোগিতাত প্ৰথম হৈছিল। কিন্তু পৰৱৰ্ত্তী সময়ত তেওঁক ৰাজ্যিক পৰ্যায়ত দৌৰিবলৈ সুবিধা দিয়া নহ'ল। সুবিধা পোৱা হ'লে জিৎৰামে হয়তো এদিন বিশ্ব জিনি দেখুৱাব পাৰিলেহেঁতেন; এনেধৰণৰ সুপ্ত প্ৰতিভাৰ যুৱক যুৱতী অঞ্চলটোত বৰ্তমানেও নোহোৱা নহয়।

বৰ্তমান বগলীজান ক্ৰমে গ্ৰাম্যাঞ্চলৰ পৰা নগৰাঞ্চললৈ উত্তৰণ ঘটিছে। তাৰোপৰি শেহতীয়াকৈ অঞ্চলটোৰ ঠিক সোঁমাজেদিয়ে দুইলেন যুক্ত ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথটোৰ লক্ষীমপুৰ টাউন বাইপাছৰ নিৰ্মাণৰ কাম দ্ৰুতগতিত চলি আছে আৰু দুই এবছৰৰ ভিতৰতে উক্ত পথটো যতায়তৰ উপযোগী হৈ উঠিব। পথচোৱা সম্পূৰ্ণ হৈ উঠিলে আগন্তুক দিনবোৰত অঞ্চলটোৰ পৰা সকলো ফালে যাতায়তৰ বাবে সুগম হৈ উঠিব, যাৰকাৰণে ভৱিষ্যতে অঞ্চলটোৰ আৰ্থসামাজিক দিশত যথেষ্ট প্ৰভাৱ পৰাৰ সম্ভাৱনা আছে। যিহেতু ভৱিষ্যতে অঞ্চলটোৰ একাংশ, নগৰপালিকাই ৰাজহ সংগ্ৰহৰ স্বাৰ্থত বগলীজান গাঁও পঞ্চায়তৰ পৰা কৰ্তন কৰি পৌৰসভাৰ আওতাতো ল'ব পাৰে, তেনেক্ষেত্ৰত অঞ্চলটোৰ সমাজব্যৱস্থাৰ আমূল পৰিৱৰ্তন সাধন হোৱাতো নিশ্চিত। বাৰু যি কি নহওক, বৰ্তমান বগলীজানৰ পূৰ্বৰ সেই বোকা পানীৰে পৰিপূৰ্ণ বাটপথেৰে, মাত্ৰ কৃষিজীৱি লোকে বাস কৰা অঞ্চল নহয়। বগলীজান অঞ্চলত

পুৰ্বৰ সেই বাঘৰ আতংক নাই। বনৰীয়া হাতী আৰু বান্দৰৰ উপদ্ৰৱ আমি জনাব পৰাই নাই। আতংকবাদ হ'বলগাকৈ তথাকথিত উগ্ৰপন্থীৰ সন্ত্ৰাসো নাই। অঞ্চলটোত বৰ্তমান একমাত্ৰ আতঙ্কৰ কাৰণ হিচাপে পৰিগণিত হৈছে বানপানী। উল্লেখযোগ্য যে, ৰঙানৈৰ মথাউৰি নিৰ্মাণৰ ২১ বছৰৰ পিছত (১৯৭২ চনৰ জুন) মাহত আৰু তাৰ ৩৬ বছৰৰ পিছত (২০০৮ চনৰ জুন) মাহত মথাউৰি ভাঙি বানপানীয়ে প্ৰলয়ঙ্কৰী ৰূপ লৈছিল। দুয়োটা বানতে সমগ্ৰ অঞ্চল প্লাবিত হোৱাত সামগ্ৰিকভাবে অঞ্চলটিত বিস্তৰ ক্ষতি হৈছিল। অতি পৰিতাপৰ বিষয় হ'ল যে 'নীপ্‌কো' (NEEPCO) নামৰ জলবিদ্যুৎ উৎপাদনকাৰী সংস্থাটোৱে অৰুণাচল প্ৰদেশৰ ইয়াজুলিত ৰঙানৈৰ ওপৰত পাঁচশ মেগাৱাট বিদ্যুৎ উৎপাদন কৰিব পৰা নদীবান্ধটো নিৰ্মাণ কৰাৰ ফলত সেই বান্ধৰ পৰা সময়ে সময়ে এৰি দিয়া অতিৰিক্ত পানীখিনিৰে বাৰিষা কালত নৈখন ওপচি পুনৰ মথাউৰি ভঙাৰ সম্ভাৱনা প্ৰত্যেকটো বাৰিষাতে প্ৰকট হৈ উঠে, যাৰ বাবে নৈপৰীয়া সমগ্ৰ অঞ্চলবিলাকৰ লগতে উত্তৰ লক্ষীমপুৰ নগৰ খনৰ প্ৰতিও ভাবুকিৰ সৃষ্টি হৈ আহিছে। প্ৰতি বছৰ বাৰিষাকালত বগলীজান অঞ্চলৰ লোক সকলে একপ্ৰকাৰ আতঙ্কময় পৰিবেশতেই দিন কটাব লগা অৱস্থা হয়। যদিহে চৰকাৰে বা স্থানীয় প্ৰশাসনে ইয়াৰ এক বিহিত ব্যৱস্থা নলয় অঞ্চলটোৰ ৰাইজ কোনোদিনে শংকামুক্ত হ'ব নোৱাৰিব। যি কি নহওক তাৰ মাজতে তিষ্ঠি থাকি (survival of the fittest) কৃষ্টি, সংস্কৃতি শিক্ষা ,দীক্ষা, সামাজিক,ব্যৱসায়িক দিশত বগলীজানৰ লোক সকলে সময়ৰ লগত খোজ মিলাবলৈ শিকিছে আৰু সমগ্ৰ লক্ষীমপুৰ জিলাৰে অন্যান্য উন্নত অঞ্চল সমূহৰ লগত নিজকে ফেৰ মাৰিব পৰা হৈছে। তৎসত্বেও অঞ্চলটোৰ সামগ্ৰিক উন্নয়ন হৈছে বুলি একাষাৰতে ক'বলৈ কেতিয়াবা টান হয়, যিহেতু সাম্প্ৰতিক কালত সংক্ৰামক ব্যাধিৰ দৰে সমাজত গা কৰি উঠা উশৃংখল যুৱ-মানসিকতা, নিচাজাতীয় দ্ৰব্যৰ প্ৰতি আসক্তি, জ্যেষ্ঠ জনৰ প্ৰতি অসন্মান আৰু বিপৰীত লিংগৰ প্ৰতি অভব্য আচৰণ আদিয়ে আমাৰ অঞ্চলটোত অলপ হ'লেও কু-প্ৰভাৱ পেলোৱা দেখা গৈছে। সময় থাকোঁতেই এনে সংক্ৰমণক সামাজিকভাবে ৰোধ কৰিব নোৱাৰিলে হয়তো সময়ত ইয়ে এদিন মহামাৰীৰ ৰূপ ল'ব। সেয়ে বগলীজান অঞ্চলটিৰ সৰ্বাঙ্গীন উন্নতি আৰু কল্যাণৰ হকে আমি উত্তৰসুৰী সকলে কিছু কৰাৰ প্ৰয়োজন আছে, যি কৰিলে সকলোৰে নৈতিক, সামাজিক,আধ্যাত্মিক চেতনা আৰু সৎচিন্তাৰ প্ৰয়োভৱ ঘটিব; যি কৰিলে বৃদ্ধি হ'ব মানৱীয় প্ৰমূল্যবোধ আৰু বিশ্বাসৰ, যাৰ জৰিয়তে ভৱিষ্যতৰ নৱপ্ৰজন্মক সঠিক দিশত অগ্ৰসৰ কৰাব পৰা যাব আৰু তেতিয়াহে নিশ্চিত হ'ব আমাৰ প্ৰগতিৰ দিশ। সেই প্ৰগতিবাদী মনোভাৱেৰে আমি সকলোৱে অনাগত দিনবোৰত ঐক্যবদ্ধ হৈ জাতি,ধৰ্ম, বৰ্ণ নিৰ্বিশেষে দুগুণ উৎসাহেৰে শান্তি সম্প্ৰীতিৰ এনাজৰীৰে বান্ধ খাই দেখুৱাব পাৰিম, পৃথিৱীৰ শ্ৰেষ্ঠ সম্পদৰ অন্য এক আদৰ্শ। ***

# চাংমাই গাঁও

অতীজৰ নাম গোত্রিশালী গাঁও। বোধ কৰো বৰ্তমানৰ গোৰবীশালি পথাৰৰ আশে- পাশে অৱস্থিত কাৰণেই এই নাম পাইছিল। পৰৱৰ্ত্তী সময়ত যেতিয়া অবিভক্ত শিৱসাগৰ জিলাৰ অন্তৰ্গত জাঁজী নৈৰ সমীপৰ হাহঁচৰা আৰু কলিয়াপানী চাংমাই গাঁৱৰ পৰা অধিক সংখ্যক পৰিয়াল উঠি আহি এই গাঁৱত থিতাপি ল'লে তেতিয়াৰে পৰা এই গাঁওখনৰ নাম গোৰৰীশালি চাংমাই গাঁও ৰখা হয় বুলি জনা যায়। যিহেতু উক্ত গাঁৱৰ সমীপতে "গোৰৰীশালি" নামৰ আৰু এখনি পুৰণি গাঁও অৱস্থিত, তেনেস্থলত ৰাইজে এসময়ত গোৰৰীশালি সংযোজনটো বাদ দি কেৱল চাংমাই গাঁও বুলি উচ্চাৰণ কৰিবলৈহে ভাল পোৱা হ'ল। যদিও জিলা খণ্ড উন্নয়ণ, গাঁও পঞ্চায়ত, ৰাজহচক্ৰ বিষয়াৰ কাৰ্যালয় আদিৰ চৰকাৰী নথিত গোৰৰীশালি চাংমাই গাঁও বুলিহে তথ্য পোৱা যায়।

**বাটকটীয়া ঃ-** চাংমাইগাঁৱৰ বাটকটীয়া বুলি নিশ্চিত কৈ কাকো ক'ব নোৱাৰি যদিও স্থানীয় বয়োজ্যেষ্ঠ জনক সুধি-পুচি গম পোৱামতে আনুমানিক ১৯২০ চন মানত বুদাৰাম গগৈ নামৰ এজন লক্ষীমপুৰীয়া (চাবেক) লোকে এই গাওঁত সৰ্বপ্ৰথম বাসতি স্থাপন কৰে। পূৰ্বে এই গাঁৱত প্ৰায় বিংশ শতিকাৰ আৰম্ভণিৰ পৰাই চুন্দ্ৰা খাৰিয়া, সোনাই খাৰিয়া আৰু গেজু খাৰিয়া নামৰ তিনিজন ব্যক্তিৰ পূৰ্বজ সকলে বসবাস কৰি আছিল। পৰৱৰ্ত্তী সময়ত বুদাৰাম গগৈৰ ঘৰৰ লগত বিবাহ সূত্ৰে বান্ধ খাই শিৱসাগৰ জিলাৰ বকতাৰ তেতিয়াৰ বৃটিছ চৰকাৰৰ চিপাহী মুখেশ্বৰ ফুকন (হলডাৰ) আহি এই গাঁৱতে ঘৰ দুৱাৰ মাটি-বাৰী ঘটি নিগাজিকৈ থাকিবলৈ লয়। অনুমানিক ১৯২৫ চন মানত তিলেশ্বৰ লাহন নামৰ এজন লোক এই গাঁৱলৈ আহি কিছু বছৰ বসবাস কৰাৰ পিছত বৰ্ত্তমানৰ গোবৰিশালী গাঁৱলৈ উঠি যায়। পিছত তিলেশ্বৰ লাহনৰ সেই মাটিবাৰী খিনিকে হাহঁচৰা চাংমাই গাঁৱৰ লক্ষীৰাম বৰুৱা (মকুৱা মেধি) নামৰ ব্যক্তিজনে ১৯৩৫ চন মানত কিনি লয়। ১৯২৭-২৮ চন মানত ৰাতিৰাম হাজৰিকা (খহুৱা) নামৰ এজন লোক যোৰহাটৰ পৰা উঠি আহে। একে সময়তে সোমেশ্বৰ লাহন (হুকুম সিং) নামৰ এজন ব্যক্তিয়েও লক্ষীমপুৰ লাহন গাঁৱৰ পৰা আহি বসতি স্থাপন কৰে। ১৯৩০ চনত কণবাপ লাহন, জাতিৰাম লাহন, গণেশ কোঁৱৰৰ পৰিয়াল বৰ্গ লাহন গাঁৱৰ পৰা আহি এই গাঁৱত বসবাস কৰিবলৈ লয়। অনুমানিক ১৯৩৩ চন মানত হাহঁচৰাৰ পৰা নন্দী বৰুৱা, কুশৰাম বৰুৱা (ৰাজখোৱা) আৰু তুৱাৰাম বৰুৱা (খোপাবন্ধা) নামৰ তিনি ভাই- ককাই আহি বসতি আৰম্ভ কৰে। ১৯৪৯ চনত বামুন পুখুৰীৰ পৰা বামেশ্বৰ ফুকন আহি নিগাজি হয় আৰু কলিয়াপানী

চাংমাই গাঁৱৰ পৰা নীল কান্ত চাংমাই (চতালী), পদ্মেশ্বৰ চাংমাই, অকণ চাংমাই (ঢেকীপোৱালী) নামৰ তিনি ভাই ককাই উঠি আহে।১৯৫২-৫৩ চন মানত ডম্বৰু বৰুৱা হাঁহচৰাৰ পৰা স্থায়ীভাৱে সপৰিয়ালে উঠি আহে। ১৯৫৪ চনত হাহঁচৰা চাংমাই গাঁৱৰ পৰা মদন চন্দ্ৰ বৰুৱা, ঘনকান্ত বৰুৱা (পেটুৱা), মাণিকচন্দ্ৰ বুঢ়াগোহাঁই, সৰুমইনা বৰুৱা উঠি আহে লগতে ধৰ্মেশ্বৰ গগৈ (বাঢ়নী) বাপাৰাম বৰা আৰু ভদীয়া গগৈ নামৰ তিনি ব্যক্তি হাঁহচৰাৰ পৰা আহি এই গাঁৱত থিতাপি লয়। ১৯৪৯ চনত বগাই লাহন পীড়াকটা আৰু ১৯৫৩ চনত দুৰ্গা লাহনে সপুত্ৰে মাজুলী অঞ্চলৰ পৰা আহি বসতি স্থাপন কৰে। ১৯৫৬ চনত জাঁজি কলিয়াপানীৰ পৰা জাতিৰাম গগৈ আহে আৰু সমসাময়িক ভাৱে হলধৰ শইকীয়া ,দেউৰাম শইকীয়া যোৰহাটৰ পৰা আহে আৰু কৃষ্ণপদ গগৈ (ঘুলিবুঢ়া) লক্ষীমপুৰ জিলাৰ চুতীয়াকাড়ি অঞ্চলৰ পৰা উঠি আহে। অনুমানিক ১৯৫৫-৫৬ চন মানত কনৌ চেতিয়া, দেৱেশ্বৰ বুঢ়াগোহাঁই (দেগি) আৰু নালিয়া বুঢ়াগোহাঁই বামুণপুখুৰীৰ পৰা আহিছিল বুলি জনালোকে কয়। ১৯৭২ চনত এই গাঁৱৰ লগত শেহতীয়া সংযোজন ঘটিছিল কলিয়াপানী চাংমাই গাঁওৰপৰা অহা সৰুতা বৰুৱা, ১৯৮০ চনত যোগেন লাহন আৰু ১৯৮৫ পূৰ্ণকান্ত বৰা (পোৱালি বায়ন) ইয়াৰ উপৰিও বিৰবৰী হাজৰিকা নামৰ এজনলোকে বহু পূৰ্ব্বৰ পৰা এই গাঁৱত বাস কৰিছিল বুলি জনালোকে কয়। তেখেতৰ লগতে আৰু কেইজনমান যেনে ধুদা, ভদীয়া, থানেশ্বৰ, কনৌ চেতিয়া, অকণ চাংমাই, জাতিৰাম লাহন, বাপাৰাম আৰু বুদ্ধিৰাম নামৰ লোক কেইজনৰ চাংমাই গাঁৱত বৰ্তমান অস্তিত্ব নাই।

**চাংমাই গাঁৱৰ বাটকটীয়া সকলৰ বংশলতা** (তিনি পুৰুষলৈকে) ঃ




চুন্দ্ৰা খাৰিয়া নামৰ ব্যক্তিজন বেজ,বেজালি কৰি ফুৰা লোক আছিল। বিশেষকৈ গৰু, মহ, ছগলী আদিৰ বন্ধ্যাকৰণ কাৰ্য সম্পন্ন কৰিবলৈ ৰাইজে সেই সময়ত চুন্দ্ৰা খাৰিয়াৰ প্ৰয়োজনবোধ কৰিছিল।


চুন্দা খাৰিয়া
নিকলাচ কেৰকাটা
ডেভ্লে (ফিলিপ)
বগা
জোছেফ
ইমিল
জন
বুধু
মাৰটিয়াচ কেৰকাটা
ৰবেট
থমাছ
আমৰোচ কেৰকাটা
আদাম
দীপক
বেনা কেৰকাটা
তাৰছীছ
ৰাজেশ
পাওলুছ ইণ্ডুৱাৰ
ফ্ৰানচিচ্ ইণ্ডুৱাৰ (ধূৰা)
প্ৰদীপ
জৰ্জ
চিৰিল
মস্ত
ৰিমিচ


সোনাই খাৰিয়া
ককা খাৰিয়া
জিলুউচ ধানুৱাৰ
সন্তোষ
আকাচিউচ
ৰাজীব
আগাষ্টিন
চিম্পিলিউচ ধানুৱাৰ


হুমেশ্বৰ লাহন (হুকুম সিং)
কনেকেশ্বৰ লাহন(গেৰেলা)
প্ৰদীপ লাহন(নাৰায়ণ)
কৃষ্ণ লাহন
লক্ষ্মী লাহন(ভোলা)
লক্ষী লাহন
দয়া লাহন (টিকৌ)
বেৰত লাহন
দিলীপ লাহন (খুদু)
মূলাৰাম লাহন
বাবুল লাহন
ৰাতুল লাহন
ডিম্বেশ্বৰ লাহন (সোনটি)
পঙ্কজ লাহন (ডাঙৰ ভাইটি)
বিদ্যুৎ লাহন (সৰু ভাইটি)

মুখেশ্বৰ হেলডাৰ ( হাবিলডাৰ) ব্যক্তিজন বৰ দূৰদৰ্শী আছিল বুলি গাঁৱৰ ৰাইজে এতিয়াও কয়। গাঁও খনত যাতে নিজৰ মানুহখিনিৰ বাহিৰে অন্যজাতিৰ লোক সোমাই ঘৰ দুৱাৰ বনাব নোৱাৰে তাৰ প্ৰতি তেখেত সৰ্তক আছিল।

**মুখেশ্বৰ ফুকন (হেলডাৰ)**




লক্ষীৰাম বৰুৱা নামৰ এই ব্যক্তিজনক সকলোৱে বৰ শ্ৰদ্ধা কৰিছিল। তেওঁ চাংমাই গাঁৱৰ দুয়োটা নামঘৰৰ বাবে ভূ দান কৰিছিল।

**লক্ষীৰাম বৰুৱা (মকুৱা মেধি)**




গাঁওখনৰ ভিতৰত স্বনামধন্য ব্যক্তিজন আছিল মদন চন্দ্ৰ বৰুৱা। তেখেত এজন বিশিষ্ট সমাজকৰ্মী আৰু অতি ধৰ্মপৰায়ণ লোক আছিল। পৰম প্ৰভু কৃষ্ণ আৰু শ্ৰীমন্ত শঙ্কৰ গুৰুজনাৰ বাহিৰে তেখেতৰ মুখত অন্য কথা নোলাইছিল। আনহাতে তেখেত এজন সম্পূৰ্ণ নিৰামিষভোজী লোক আছিল।

মদন চন্দ্ৰ বৰুৱা




বিশিষ্ট সমাজকৰ্মী ঘনকান্ত বৰুৱা দেৱ মুক্তি যুদ্ধা আছিল। তেখেতৰ প্ৰচেষ্টাতে গাওঁখনৰ বাট-পথ আৰু পকা কালভৰ্টি বিলাক হৈছিল। লক্ষীমপুৰ কলেজিয়েট হাইস্কুল প্ৰতিষ্ঠাকালত তেখেতৰ যথেষ্ট অৱদান আছিল।

ঘনকান্ত বৰুৱা (পেটুৱা)




মাণিক চন্দ্ৰ বুঢ়াগোহাঁই দেৱ চাংমাই গাঁও প্ৰাথমিক বিদ্যালয় খনিৰ প্ৰতিষ্ঠা কালৰে পৰা তেখেতৰ অৱসৰ কাললৈকে উক্ত বিদ্যালয়তে কাৰ্যনিবাহ কৰিছিল। সেয়ে তেখেতক সকলোৱে পুৰণা ছাৰ বুলিয়ে সম্বোধন কৰিছিল। উল্লেখযোগ্য যে তেখেত চাংমাই গাঁৱৰ প্ৰবীণ চামৰ সকলোৰে প্ৰাথমিক শিক্ষাগুৰু।

মাণিকচন্দ্ৰ বুঢ়াগোহাঁই(বাপ মাষ্টৰ)



গণেশ কোঁৱৰ নামৰ ব্যক্তিজন সত্যবাদী আৰু শান্ত প্ৰকৃতিৰ আছিল। এই লোকজনে লক্ষীমপুৰ কলেজিয়েট হাইস্কুল প্ৰতিষ্ঠা কালত দিনে ৰাতিয়ে কাম কৰিছিল। পৰৱৰ্তী সময়ত তেখেতে লক্ষীমপুৰ নগৰৰ শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ নগৰ আঞ্চলিকৰ নামঘৰত নামঘৰীয়া হিচাপে জীৱনৰ শেষ বয়সলৈকে কাৰ্যনিৰ্বাহ কৰিছিল।









## দুৰ্গা লাহন




## সৰুমইনা বৰুৱা




## পদ্মেশ্বৰ চাংমাই




## নন্দী বৰুৱা

### খৰ্গেশ্বৰ বৰুৱা



**কোষৰাম বৰুৱা/ ৰাজখোৱা** ( তেখেতৰ বংশধৰ হিচাপে কোনো পুত্ৰ নাথাকিল)

কোষৰাম বৰুৱাদেৱ চাংমাইগাঁৱৰ এজন কিংবদন্তী পুৰুষ। তেখেত এজন বৰ ৰসিক ব্যক্তি আছিল। উল্লেখযোগ্য যে তামোল পাণ আৰু বতৰৰ সকলো ফল-মূলৰ গছেৰে উভৈনদী এখন সু-বিশাল বাৰীৰ গৰাকী তেখেত গাঁওখনৰ ভিতৰতে এজন চহকী লোক আছিল। সামাজিক কামতো তেখেত জড়িত আছিল। বিশেষকৈ লক্ষীমপুৰ কলেজিয়েট হাইস্কুল আৰু বোৱালগুৰি আঞ্চলিক বৰনামঘৰ প্ৰতিষ্ঠা কালত তেখেতৰ যথেষ্ট বৰঙণি আছিল। বৰ্তমান আঞ্চলিক বৰনামঘৰলৈ যোৱা পথৰ দাঁতিত থকা আমগছ কেইডাল তেখেতেই ৰোপন কৰি থৈ যোৱা।

তোৱাৰাম বৰুৱা এজন উত্তম খেতিয়ক আছিল। তেখেতে নিজৰ বিশাল বাৰীখনত বিভিন্ন প্ৰজাতিৰ আম-কঠাঁল,লেটেকু,পনীয়ল, বগৰী,জামু, লিচু,নেমু,সুমথিৰা আদি গছবোৰ ৰুইছিল। তেখেতে একেজোপা আমগছতে এটা ডালত টেঙা আৰু আনটো ডালত মিঠা আম লগাব পাৰিছিল আৰু একেজোপা গছতে গুলনেমু, কাজিনেমু আৰু সুমথিৰা লগাই প্ৰদৰ্শন কৰি জিলা কৃষি বিভাগৰ পৰা প্ৰশংসা পত্ৰ পাইছিল।

<u>তোৱাৰাম বৰুৱা (খোপা বন্ধা)</u>

<u>চন্দ্ৰ কমল বৰুৱা</u>

<u>প্ৰসন্ন বৰুৱা</u>

বিশিষ্ট সমাজকৰ্মী ৰামেশ্বৰ ফুকন এজন নিৰ্জু প্ৰকৃতিৰ ঈশ্বৰৰ প্ৰতি ভক্তিপৰায়ণ লোক আছিল। তেখেতে কোনোদিনে মিছাকথা নকৈছিল। সামাজিক কামত তেখেত যথেষ্ট আগৰণুৱা আছিল আৰু কৰ্মই ধৰ্ম বুলি নিষ্ঠা সহকাৰে সকলো কাম কৰিছিল। তেখেতে নিয়ম সংযমৰ মাজেৰে জীৱন কটাইছিল। তেখেতে কোনোদিনে মাদক দ্ৰব্য, আনকি চাহ তামোলো নাখাইছিল।

<u>ৰামেশ্বৰ ফুকন</u>

<u>উপেন ফুকন (যাদৱ)</u> — <u>নৃপেন ফুকন (মাধৱ)</u>

নৃপেন ফুকন (মাধৱ): <u>উদিত ফুকন</u> — <u>কৌশিক ফুকন</u>

জাতিৰাম গগৈ তেতিয়াৰ দিনত প্ৰচলিত 'চুকুৰাগান' গোবাত ওস্তাদ আছিল। তেনে অনুষ্ঠান বিলাকত হাৰমনিয়াম লৈ তেখেত আৰু তেখেতৰ সঙ্গী সকলে অনুষ্ঠান বিলাক জমাই তুলিব পাৰিছিল বাবে তেখেতক বেলেষ্টৰ (ব্লাষ্টাৰ)বুলি মাতিছিল। কান্ধত হাৰমনিয়াম খন ওলোমাই লৈ গোবা চুকুৰা গান এসময়ত বৰ জনপ্ৰিয় আছিল। কিন্তু দুৰ্ভাগ্য বশতঃ পৰৱৰ্তী সময়ত এই গান সমূহৰ সংৰক্ষণ নহ'ল।

**জাতিৰাম গগৈ (বেলেষ্টৰ)**




**নীলকান্ত চাংমাই (চতালী)**




**বাপাৰাম বৰা**




**ৰাতিৰাম হাজৰিকা (খহুৱা)**



## হলধৰ শইকীয়া




নন্দ শইকীয়া (সোনকন)

- অনুৰাগ শইকীয়া

## দেবেশ্বৰ বুঢ়াগোহাঁই (দেগি)

যুগল বুঢ়াগোহাঁই

জয়চন্দ্র/প্রিয় বুঢ়াগোহাঁই (টঙ্কু)

- বিতুপন বুঢ়াগোহাঁই
- ঋতুপর্ণ বুঢ়াগোহাঁই

## কৃষ্ণপদ গগৈ (ঘুলি বুঢ়া)

হৰিপদ গগৈ

- কুকিল গগৈ (বুলবুল)
- চিত্র গগৈ (টুলটুল)
- নিতুল গগৈ (নিত্য)

কণপুনা গগৈ (লেঙেৰা)

- পলাশ গগৈ
- বিতুপন গগৈ (পুতু)
- নৱজিত গগৈ (খচলী)
- মৃদুল গগৈ (ভাই)

হেমন্ত গগৈ (সোণতি)

- প্রাঞ্জল গগৈ
- চুমু গগৈ




**চাৰিসীমা ঃ-** চাংমাই গাঁৱৰ চাৰিসীমাৰ পূবে ঃ নলকটা খাৰিয়া বস্তিৰ একাংশ আৰু বোৱালগুৰি গাঁও, পশ্চিমেঃ গোৱৰীশালি গাঁও, উত্তৰে ঃ গোৱৰীশালি কৃষি পথাৰ আৰু দক্ষিণে হাতীলোং নদী।

**মাটিকালি ঃ-** চাংমাই গাঁৱৰ মাটি কালি প্ৰায় দুই বৰ্গ কিঃমিঃ। প্ৰায় পঞ্চাশ শতাংশ ভূমিভাগ মুকলি আৰু কৃষি উপযোগী মাটি (শালিতলী)।

**আৰ্থ সামাজিক দিশত ঃ-** চাংমাই গাঁৱৰ মূল পথ এটা আৰু উপপথ এটা। মূল পথটো ৰঙানৈ মাথাউৰী সংযোগী হৈ নলকটা গড়কাপ্তানী পথলৈ, আনটো পথ গোবৰিশালী চাংমাই গাঁৱৰ গড়কাপ্তানী পথৰ পৰা বগলীজান গড়কাপ্তানী

পথত সংযোগী। বৰ্তমান দুয়োটা পথেই ৫২ নং ৰাষ্ট্ৰীয় ঘাই পথৰ লক্ষীমপুৰ টাউন বাইপাছ ক্ৰছ্ কৰিছে। (২০১৩ চনৰ পৰা উক্ত দুই-লেন যুক্ত টাউন বাইপাছটো ৯ শ কোটি টকাৰ ব্যয় সাপেক্ষে টি.কে. কনষ্ট্ৰাকচন নামৰ কোম্পানীটোৱে নিৰ্মাণ কৰি আছে)। গাঁওখনৰ দুয়োটা পথৰ দাঁতিতে চাৰি ঢাপমৰা বিভিন্ন ধৰণৰ বতৰৰ ফলৰ গছ, তামোল-পান আৰু বাঁহ কাঠৰ গছেৰে ভৰা একাখন সুচল বৃহৎ বাৰীৰে চহকী লোকৰ ঘৰ। গাওঁখনৰ প্ৰত্যেক ঘৰ পৰিয়াল মূলতঃ কৃষিজীৱি আছিল। বৰ্তমানে বহুতৰে ঘৰত চৰকাৰী বা কোম্পানী আদিত চাকৰি কৰা লোক হৈছে। প্ৰথম অৱস্থাত বাঁহ খেৰ আদিৰে বৰ আটোম-টোকাৰিকৈ ঘৰ-দুৱাৰ বিলাক সাজি লৈছিল যদিও কালক্ৰমত তাৰ পৰিৱৰ্তে প্ৰত্যেকৰে শিল, বালিৰে নিৰ্মিত টিনপাত লগোৱা অসম আৰ্হিৰ আৰু ৰড, চিমেন্টেৰে বনোৱা পকা ঘৰ হৈছে।

**চাংমাই গাঁওৰ চৰকাৰী চাকৰি কৰা লোক সকলৰ তালিকা ঃ-**

| | |
|---|---|
| ১। মহেন্দ্ৰ বৰুৱা (মইনা) | মিলিটেৰী |
| ২। শশী লাহন | মিলিটেৰী |
| ৩। ৰেৱত চন্দ্ৰ লাহন | চুবেদাৰ মেজৰ (হোমগাৰ্ড) |
| ৪। মাণিক চন্দ্ৰ বুঢ়াগোহাঁই (বাপ) | প্ৰধান শিক্ষক (এল.পি) |
| ৫। গুণেশ্বৰ ফুকন (লেঙেৰা মাষ্টৰ) | শিক্ষক (এল.পি) |
| ৬। মূলাৰাম লাহন | মণ্ডল |
| ৭। ৰসৰাম তামুলী বৰুৱা (বৰবোপাই) | জিলা কৃষি বিষয়া (অৱসৰ প্ৰাপ্ত) |
| ৮। ডিম্বেশ্বৰ লাহন (সোণটি) | ফোৰ-মেন (কৃষি কাৰিকৰী বিভাগ) |
| ৯। জয়ৰাম তামুলী বৰুৱা (কুকৈ) | টেকনিচিয়ান,( জনসিঞ্চন বিভাগ) |
| ১০। সুৰেন গগৈ (পিটন) | কাৰ্যালয় অধীক্ষক, (পৰ্যটন বিভাগ) |
| ১১। তৰুণ বৰুৱা | টেকনিচিয়ান, (জলসিঞ্চন বিভাগ) |
| ১২। মোহন চাংমাই | হাবিলদাৰ, (অসমপুলিচ) |
| ১৩। যোগেশ্বৰ গগৈ (কনটি) | টেকনিচিয়ান, (জনস্বাস্থ্য কাৰিকৰী বিভাগ) |
| ১৪। হৰকান্ত হাজৰিকা (ক'লামণি) | হাবিলদাৰ, (অসমপুলিচ) |
| ১৫। ঘনকান্ত লাহন (পোণা) | শিক্ষক |
| ১৬। তুলসী চাংমাই | বিজ্ঞান শিক্ষক |
| ১৭। প্ৰদীপ বৰুৱা (কাশী) | বিজ্ঞান শিক্ষক |
| ১৮। তোলন কোঁৱৰ (অকণা) | কাৰ্যালয় সহায়ক, (স্বাস্থ্য বিভাগ) |
| ১৯। ৰজনী চাংমাই | শিক্ষক |
| ২০। অৰবিন্দ লাহন (বুবু) | কাৰ্যালয় সহায়ক, (জলসিঞ্চন বিভাগ) |

| | |
|---|---|
| ২১। সুখেশ্বৰ চাংমাই (প্ৰতাপ) | মিলিটেৰী |
| ২১। দিলীপ লাহন | মিলিটেৰী |
| ২২। নিৰন বৰুৱা | হাবিলদাৰ, (মিলিটেৰী পুলিচ) |
| ২৩। ৰাগচন্দ্ৰ লাহন (ডেনী) | মিলিটেৰী |
| ২৪। গিৰিন্দ্ৰ চাংমাই(সোণেশ্বৰ) | কাৰ্যালয় সহায়ক, (আই.চি.ডি.এচ) |
| ২৫। ঝুলন ফুকন (সাদৰ) | শিক্ষক |
| ২৬। বিনন্দ শইকীয়া | পিয়ন (লক্ষীমপুৰ কলেজিয়েট হাইস্কুল) |
| ২৭। বীৰেন্দ্ৰ নাথ গগৈ (বিৰেন) | শিক্ষক |
| ২৮। প্ৰফুল্ল বৰুৱা | বিজ্ঞান শিক্ষক |
| ২৯। বিপিন লাহন(বিহাৰী) | শিক্ষক (এল.পি) |
| ৩০। হৰেন কোঁৱৰ | শিক্ষক, (এল.পি) |
| ৩১। ত্ৰিলোচন চাংমাই | বিজ্ঞান শিক্ষক |
| ৩২। প্ৰদীপ লাহন (নাৰায়ণ) | শিক্ষক, (এম,ই) |
| ৩৩। কৃষ্ণ লাহন | শিক্ষক, (এল.পি) |
| ৩৪। প্ৰণব বুঢ়াগোহাঁই(সৰুপাই) | পঞ্চায়ত সচিব |
| ৩৫। নৃপেন ফুকন (মাধৱ) | জ্যেষ্ঠ প্ৰশিক্ষক (আই.টি.আই) |
| ৩৬। কিৰণ লাহন (বাবুৱা) | শিক্ষক (এল.পি) |
| ৩৭। লাচিত লাহন | কৰ্মচাৰী,( জনস্বাস্থ্য কাৰিকৰী) |
| ৩৮। আনন্দ লাহন | পিয়ন (জলসম্পদ বিভাগ) |
| ৩৯। দিলীপ লাহন (খুদু) | হাবিলডাৰ (হোমগাৰ্ড পুলিচ) |
| ৪০। প্ৰহ্লাদ বৰুৱা | কৃষি সম্প্ৰসাৰণ কৰ্মী |
| ৪১। প্ৰবীণ বুঢ়াগোহাঁই (পুতুল) | শিক্ষক, (এল.পি) |
| ৪২। বাবুল লাহন | প্ৰবক্তা (নাওবৈচা কলেজ) |
| ৪৩। তিলক লাহন | চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী, (জলসিঞ্চন) |
| ৪৪। নন্দ শইকীয়া (সোণকণ) | বেংক কৰ্মচাৰী |
| ৪৫। শশাঙ্ক হাজৰিকা (পিংকু) | কেন্দ্ৰীয় (পুলিচবল) |
| ৪৬। ৰূপৰত্ন তামুলী বৰুৱা (ৰূপ) | সীমা সুৰক্ষা বল |
| ৪৭। মোহন লাহন | জলসিঞ্চন |
| ৪৮। মাখন লাহন | শিক্ষক |
| ৪৯। বহুৰত্ন তামুলী বৰুৱা (বকুল) | প্ৰবক্তা |
| ৫০। সুৰজিৎ শইকীয়া (বাবা) | জীৱন বীমা কৰ্মচাৰী |
| ৫১। প্ৰদ্যুৎ চাংমাই | টেকনিকেল এচচিটেণ্টে (অ.এন.জি.চি) |

| | |
|---|---|
| ৫২। পঙ্কজ লাহন | কৰ্মচাৰী (কৃষি বিভাগ) |
| ৫৩। বিদ্যুৎ লাহন | কম্পিউটাৰ কৰ্মী, (গুৱাহাটী বিশ্ববিদ্যালয়) |
| ৫৪। কাঞ্চন তামুলী বৰুৱা | শিক্ষয়ত্ৰী |
| ৫৫ ।প্ৰতিভা চাংমাই | শিক্ষয়ত্ৰী |
| ৫৬। সত্যপ্ৰিয়া গোহাঁই লাহন | জ্যেষ্ঠ সহায়িকা, (জলসিঞ্চন বিভাগ) |
| ৫৭। ৰুমী লাহন (হৰেনটি) | শিক্ষয়ত্ৰী,(এল.পি) |
| ৫৮। ৰিণু লাহন (মুণি) | নাৰ্চ |
| ৫৯। অৰ্পনা বুঢ়াগোহাঁই | শিক্ষয়ত্ৰী, (এল.পি) |
| ৬০। মিনা লাহন | প্ৰবক্তা (ওম প্ৰকাশ দিনোডিয়া কলেজ) |
| ৬১। নিৰু দিহিঙ্গীয়া চাংমাই | বিদ্যালয়ৰ সহায়ক |
| ৬২ ।বৰ্ণালী বৰুৱা | শিক্ষয়ত্ৰী, (এল.পি) |
| ৬৩ ।বীণা লাহন | শিক্ষয়ত্ৰী |
| ৬৪। নিজৰা তামুলী বৰুৱা | গ্ৰন্থাগাৰী বিষয়া, (উত্তৰ লক্ষীমপুৰ কলেজ) |
| ৬৫। ববিতা বুঢ়াগোহাঁই | কম্পিউটাৰ শিক্ষয়ত্ৰী |
| ৬৬। জুনুমা বুঢ়াগোহাঁই | শিক্ষয়ত্ৰী, (এল.পি) |
| ৬৭। পৰিস্মৃতা চাংমাই | গ্ৰাম্য চিকিৎসক |
| ৬৮। ঋকিমণি ভূঞা বৰুৱা | নাৰ্চ |
| ৬৯। গীতাশ্ৰী কোঁৱৰ | ডাক্তৰ |

**শিক্ষাৰ ক্ষেত্ৰত ঃ-** ৰসৰাম তামুলী বৰুৱা দেৱৰ মুখেৰে "১৯৫৬ চন মানত কলিয়াপানী চাংমাই গাঁওৰ পৰা অহা লোহাই গগৈ নামৰ এজন ব্যক্তিয়ে, ডম্বৰুধৰ বৰুৱা, মদন চন্দ্ৰ বৰুৱা, ঘনকান্ত বৰুৱা, গোলাপ চন্দ্ৰ লাহন (বাপুতি) আৰু ৰামেশ্বৰ ফুকন আদি কৰি কেইবাজনো লোকৰ প্ৰচেষ্টাত চাংমাই গাঁৱত এখনি প্ৰাথমিক বিদ্যালয় স্থাপন কৰে। উক্ত বিদ্যালয়খনৰ পৰিচালনা সমিতিৰ সভাপতি আছিল বিদ্যালয়ৰ বাবে ভূমি দান কৰা ব্যক্তি ডম্বৰুধৰ বৰুৱা দেৱ। প্ৰায় এবছৰ মান আঙুলি মূৰত লিখিব পৰা ছাত্ৰ-ছাত্ৰীৰ উপস্থিতিত পাঠদান কৰাৰ অন্তত ব্যক্তিগত কাৰণত লোহাই গগৈ পূৰ্বৰ কলিয়াপানীলৈ ঘূৰি যাব লগা হোৱাত বিদ্যালয়খনৰ অচলাৱস্থা দূৰ কৰিবলৈ গাঁও খনৰ আন এজন শিক্ষিত যুৱক মাণিক চন্দ্ৰ বুঢ়াগোহাঁইক গাঁৱৰ ৰাইজে বিদ্যালয়খনৰ দায়িত্ব অৰ্পণ কৰে। তাৰ পিছতে ১৯৫৬ চনত পৰিচালনা সমিতিৰ, সভাপতি ৰামেশ্বৰ ফুকন আৰু গাঁৱৰ ৰাইজৰ ঐকান্তিক প্ৰচেষ্টাত নতুনকৈ বনোৱা বিদ্যালয় গৃহত তদানীন্তন লোকেল বৰ্ডৰ অধ্যক্ষ মহানন্দ বড়া দেৱৰ অধ্যক্ষতাত বিদ্যালয়খনে তেতিয়াৰ বিদ্যালয় পৰিদৰ্শক নৰনাথ শৰ্মাৰ উপস্থিতিত গোৱৰীশালি

চাংমাই প্ৰাথমিক বিদ্যালয় নামে স্বীকৃতি লাভ কৰে (উক্ত দিনা স্বীকৃতি পত্ৰখনি পাঠ কৰিছিল পুণ্য প্ৰভা ওৰফে ভন গগৈয়ে)। তেতিয়াৰ পৰাই গাঁৱৰ ৰাইজৰ সৰ্ব্বসন্মত সিদ্ধান্ত মৰ্মে গাওঁখনৰ নামো চাংমাই গাঁও ৰখা হয়।" বিদ্যালয়খনিয়ে স্বীকৃতি পোৱাৰ পিছৰে পৰা ক্ৰমে আগ্ৰহী ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বৃদ্ধি হ'বলৈ ধৰিলে। আৰু সেই সময়ত স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰটো বিদ্যালয়খনিয়ে অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। উদাহৰণস্বৰূপে বৰ উৎসাহেৰে বিদ্যালয়লৈ যোৱা ছাত্ৰী সকলৰ ভিতৰত আছিল ভাকৰী,সুমিলা, কলি, আইদেউ, পুতলী, ভোবনী, মিন, মাইচেনা, খহুলী, ফুল, মল, বিৰজা, তিৰজা, নিমাতি,পফুলি, বিচতি, বিহুতী,চেনিমাই, কাচন, কণ আইটি, আইজনী, পদ্মা, বুদ্ধেশ্বৰী, চম্পা আদি।

## চাংমাই গাঁৱৰ গ্ৰেজুৱেট লোকসকলৰ তালিকা ঃ

| | |
|---|---|
| ১। ৰসৰাম তামুলী বৰুৱা (বৰবোপাই) | B.Sc Agri |
| ২। ডিম্বেশ্বৰ লাহন | NTC (National Trade Certificate) |
| ৩। জয়ৰাম তামুলী বৰুৱা | NTC |
| ৪। তৰুণ বৰুৱা | NTC |
| ৫। মাধৱ বৰুৱা | NTC |
| ৬। ঘনকান্ত লাহন( পোনা) | B.A. |
| ৭। তুলসী চাংমাই | B.Sc |
| ৮। প্ৰদীপ বৰুৱা (কাশী) | B.Sc |
| ৯। তোলন কোঁৱৰ | B.A. |
| ১০। ৰজনী চাংমাই | B.A. |
| ১১। অৰবিন্দ লাহন | B.A. |
| ১২। ৰজনী চাংমাই | B.A. |
| ১৩। চন্দ্ৰ বৰুৱা | B.A. |
| ১৪। মৃদুল বুঢ়াগোহাঁই | B.A. |
| ১৫। বীৰেন গগৈ | B.Com |
| ১৬। হৰেন কোঁৱৰ | B.Com |
| ১৭। ত্ৰিলোচন চাংমাই | B.Sc |
| ১৮। প্ৰণৱ বুঢ়াগোহাঁই(সৰুপাই) | B.Com |
| ১৯। নৃপেন ফুকন (মাধৱ) | NTC (Double) DM Mech from ATI kolkata |
| ২০। প্ৰহ্লাদ বৰুৱা | NTC |

| | |
|---|---|
| ২১। সমীৰণ তামুলী | MLL&LW(Master of Labour Law & Labour Welfare) |
| ২২। প্ৰশান্ত বুঢ়াগোহাঁই (সুন্দৰ) | LLB |
| ২৩। নীলমণি তামুলী বৰুৱা | B.A. |
| ২৪। প্ৰহ্লাদ তামুলী বৰুৱা (লাল) | B.A. |
| ২৫। বাবুল লাহন | M.A. |
| ২৬। মাখন লাহন | B.A. |
| ২৭। বহুৰত্ন তামুলী বৰুৱা (বকুল) | M.A. |
| ২৮। বিদ্যুৎ লাহন | B.A. |
| ২৯। যদুমণি বৰুৱা | B.A. |
| ৩০। সত্যপ্ৰিয়া গোহাঁই লাহন | B.A. |
| ৩১। অনুপ তামুলী বৰুৱা | B.A. |
| ৩২। প্ৰাঞ্জল গগৈ | LLB |
| ৩৩। বিশ্বদ্বীপ গগৈ | M.A, B.Ed. |
| ৩৪। উদিত ফুকন | B.A.,NTC,Diploma in ElectricalEngineering, B Music Tabla from Bhat Khande |
| ৩৫। প্ৰদ্যুৎ চাংমাই | NTC |
| ৩৬। বিদ্যুৎ লাহন | B.A. |
| ৩৭। কাঞ্চন তামুলী বৰুৱা | B.A. |
| ৩৮। প্ৰতিভা চাংমাই | B.A. |
| ৩৯। মীনা লাহন | M.A. |
| ৪০। ৰশ্মি ৰেখা চাংমাই | M Sc.Agri |
| ৪১। নিৰু দিহিঙ্গীয়া চাংমাই | B.A. |
| ৪২। বৰ্ণালী বৰুৱা | B.A. |
| ৪৩। পল্লৱী চাংমাই | B.A. |
| ৪৪। নিজৰা তামুলী বৰুৱা | MLI Sc, Mphil in Library & Information Science |
| ৪৫। ববিতা বুঢ়াগোহাঁই | B.A. |

| | |
|---|---|
| ৪৬। পৰিস্মৃতা চাংমাই | R.H.P. |
| ৪৭। ঋকিমণি ভূঞা বৰুৱা | B.A. |
| ৪৮। আইমণি তামুলী বৰুৱা | B.A |
| ৪৯। ৰীতা বুঢ়াগোহাঁই | M.A |
| ৪৯। অনুপমা বুঢ়াগোহাঁই | B.A |
| ৫০। পূৰবী তামুলী | M.A |
| ৫১। জোনালী ফুকন | B.A |
| ৫২। ভবানী তামুলী বৰুৱা | B.A |
| ৫৩। এনি গগৈ | LLB |
| ৫৪। জোনমনি বৰুৱা | B.A |
| ৫৫। সবিতা তামুলী বৰুৱা | B.MUSIC |
| ৫৬। প্ৰিয়ংকা গগৈ | B.A |
| ৫৭। নৱনীতা চাংমাই | B.A |
| ৫৮। নিবেদিতা গগৈ | B.A |
| ৫৯। শিল্পী গগৈ | B.A |
| ৬০। কৃষ্ণা কল্যাণী ফুকন | B.A, Advance Diploma in Beautician Course from NVTI Dhemaji. |
| ৬১। পম্পী গগৈ | B.A |
| ৬২। পম্পী শইকীয়া গগৈ | B.A |
| ৬৩। প্ৰীতিশিখা চাংমাই | B.A |
| ৬৪। জিতাশ্ৰী বৰুৱা | B.A |
| ৬৫। লতাশ্ৰী বৰুৱা | B.A |
| ৬৬। পল্লৱী তামুলী | B.A |
| ৬৭। মন্দাকিনী বৰুৱা | B.A |

এইখিনিতে উল্লেখযোগ্য যে, প্ৰতিভা চাংমাই, চাংমাই গাঁৱৰ প্ৰথম গৰাকী শিক্ষিতা আৰু প্ৰথম স্নাতক ডিগ্ৰীধাৰী জীয়াৰী। ছাত্ৰী অৱস্থাত তেখেত বৰ মেধা সম্পন্না আছিল। বৰ্তমান তেখেত পেছাত এগৰাকী শিক্ষয়িত্ৰী। আনহাতে কাঞ্চন তামুলী বৰুৱা চাংমাই গাঁৱলৈ বিবাহ সূত্ৰে বোৱাৰী হৈ অহা প্ৰথম গৰাকী সংস্কৃতিবান শিক্ষিতা মহিলা। তেখেত পেছাত এগৰাকী শিক্ষয়ত্ৰী। লক্ষীমপুৰ কলেজিয়েট হাইস্কুল তেখেতৰ কৰ্মক্ষেত্ৰ আছিল। তেখেত এগৰাকী বিশিষ্ট সমাজকৰ্মী হোৱাৰ লগতে এগৰাকী সুকণ্ঠী গায়িকা আৰু সুঅভিনেত্ৰী। সৰু কালতে তেখেতে কলাগুৰু বিষ্ণুপ্ৰসাদ

ৰাভা আৰু নটসূৰ্য্য ফণী শৰ্মাৰ লগত বহু কেইখন মঞ্চত অভিনয় কৰিছিল। বৰ্তমানেও তেখেত লক্ষীমপুৰ নটসৈনিক নাট্যগোষ্ঠী আৰু সংগীত একাডেমীৰ লগত জড়িত। সাংস্কৃতিক দিশত গাঁও খনলৈ তেখেতৰ অৱদান অনস্বীকাৰ্য্য। আনহাতে ৰসৰাম তামুলী বৰুৱা দেৱ হ'ল চাংমাই গাঁৱৰ প্ৰথমজন বিজ্ঞান বিভাগৰ স্নাতক ডিগ্ৰীধাৰী ব্যক্তি, তাৰোপৰি তেখেতেই চাংমাই গাঁৱৰ একমাত্ৰ ৰাজপত্ৰিত বিষয়া (Gazzetted Officer)। তেখেতে জিলা কৃষি বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। বৰ্তমানে তেখেত শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ জিলা আৰু ৰাজ্যিকৰ কৰ্মকৰ্তা হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে।

**কৃষ্টি সংস্কৃতিৰ ক্ষেত্ৰত ঃ-** চাংমাই গাঁৱৰ প্ৰায় লোক তেতিয়াৰ অবিভক্ত শিৱসাগৰ জিলাৰ জাঁজী অঞ্চলৰ আছিল। উক্ত অঞ্চলৰ লোকসকল আগৰ পৰাই সংস্কৃতিবান বুলি খ্যাতি আছে। তাহানিৰ জাঁজীৰ ঢোল শিল্পৰ কথা সৰ্বজনবিদিত। কাজেই চাংমাই গাঁৱৰ ৰাইজ সংস্কৃতি পৰায়ণ হোৱাতো স্বাভাৱিক। অৱসৰ প্ৰাপ্ত জলসিঞ্চন বিভাগৰ কৰ্মচাৰী সু- অভিনেতা তথা প্ৰতিষ্ঠিত বিহুৱা তৰুণ বৰুৱা দেৱৰ মতে লক্ষীমপুৰ জিলাৰ ভিতৰত সৰ্ব প্ৰথম চাংমাই গাঁৱতে ভোগালী উৎসৱ উদযাপন কৰা হৈছিল। অনুমানিক ১৯৫২ চন মানতে ডম্বৰুধৰ বৰুৱা ৰসৰাম বৰুৱা, ৰামেশ্বৰ ফুকন আদিৰ নেতৃত্বত বৰ আড়ম্বৰপূৰ্ণ ভাৱে ভোগালী উৎসৱটি পালন কৰা হৈছিল। বিভিন্ন খেল- ধেমালি, গান-বাজনা, নাটক-ভাওনা আদি উৎসৱ বিলাক অনুষ্ঠিত কৰি সফল সামৰণি মাৰিছিল। ওচৰৰ গাঁও বিলাকৰ লোক সকল আহি উক্ত উৎসৱত যোগদান কৰিছিলহি। পিছৰ পৰ্যায়ত তৰুণ বৰুৱা দেৱে নিজে সেই নেতৃত্ব বহন কৰিছিল। বহু দিনলৈকে সেই পৰম্পৰা গাঁওখনত অব্যাহত আছিল। পৰৱৰ্ত্তী সময়তো গোলাপ বৰুৱা, বিপিন বৰুৱা, মুহিলাল বৰুৱা, কিৰিতি কোঁৱৰ, টেপুৰাম লাহন, প্ৰদীপ লাহন (ভাইটি), নিৰণ বৰুৱা, মূলাৰাম লাহন, ঝুলন (সাদৰ)ফুকন, মখনা গগৈ, ভদ্ৰেশ্বৰ লাহন, প্ৰদীপ বৰুৱা, প্ৰফুল্ল বৰুৱা, চন্দ্ৰ কমল বৰুৱা, মাধৱ বৰুৱা, হৰি বৰুৱা, চন্দ্ৰ বৰুৱা, মৃদুল বুঢ়াগোহাঁই, গিৰিন চাংমাই, বিনন্দ শইকীয়া, লিখন শইকীয়া, আনন্দ শইকীয়া, হেমচন্দ্ৰ বৰুৱা, হৰিপদ গগৈ, কণপোনা গগৈ, হেমন্ত গগৈ, বাপচন্দ্ৰ লাহন, প্ৰতাপ চাংমাই, ৰজনী চাংমাই, ত্ৰিলোচন চাংমাই, তুলসী চাংমাই, চন্দ্ৰ বৰুৱা, বিষ্ণু বৰুৱা, বীৰেণ গগৈ, যোগেশ্বৰ গগৈ, অৰুণ বৰুৱা, তোলন লাহন, বিপিন লাহন, তোলন কোঁৱৰ, হৰেণ কোঁৱৰ, প্ৰেমানন্দ লাহন, সদানন্দ লাহন, কিৰণ লাহন, প্ৰদীপ লাহন, লক্ষী লাহন, প্ৰবীণ বুঢ়াগোহাঁই, ৰোহিত গোহাঁই, যুগল গোহাঁই, ঈশ্বৰ প্ৰসন্ন বৰুৱা, প্ৰণৱ বুঢ়াগোহাঁই, নৃপেন ফুকন, ৰমেশ লাহন, দিলীপ লাহন (খুদু), ভোলা লাহন, জিৎৰাম গগৈ, বুদ্ধেশ্বৰ গগৈ, নৰেণ গগৈ, মহেন্দ্ৰ বৰা, প্ৰহ্লাদ বৰুৱা, লাচিত লাহন, কৃষ্ণ লাহন, প্ৰদীপ লাহন, আনন্দ লাহন, ক্ষীৰোদ লাহন, বিপুল বৰুৱা,

প্ৰদীপ লাহন, তোলন (মইনা) ফুকন, ব্ৰজেন বৰুৱা , বিকুল তামুলী, সুভাষ লাহন,সমীৰণ তামুলী,ফটিক বৰুৱা, বুদ্ধেশ্বৰ গগৈ আদিকে ধৰি সকলোৱে মিলি মাজে মাজে ভোগালী উৎসৱ পতাৰ কথা আমি সকলোৱে জানো। তাৰ পিছতো উঠি অহা চামৰ কেইজনমানৰ প্ৰচেষ্টাত চেগা চোৱোকাকৈ এতিয়ালৈকে সেই ধাৰা অব্যাহত আছে। বসৰাম বৰুৱা দেৱৰ মতে তেখেতলোকে ১৯৫৭-৫৮ চনত নকাড়ী পশ্চিমাঞ্চলৰ ভিতৰতে সৰ্ব প্ৰথম ব'হাগী উৎসৱ পালন কৰিছিল। উক্ত ৰঙালী উৎসৱত হেনো ৯ যোৰা হুঁচৰি দলে যোগদান কৰিছিল ।উক্ত উৎসৱত চাংমাই গাঁৱৰ ওচৰ-চুবুৰীয়া সকলো লোক জড়িত হৈ পৰিছিল। শিৱসাগৰৰ আৰ্হিৰে মেখেলা চাদৰ পিন্ধাই পুৰুষক নাচনী সজায় দীঘলীয়া ঢোলৰ চাপৰ বিহু নাচৰ প্ৰশিক্ষণ দিছিল। উক্ত ঢোল বাদন আৰু নাচৰ প্ৰশিক্ষণ দিছিল পাঁচনৈৰ নৰাম ফুকন ওৰফে মখনা আৰু বগলীজানৰ নালিয়া গগৈ দেৱে। লক্ষীমপুৰ জিলাত আগৰ পৰা পৰম্পৰাগত ভাৱে চলি থকা চুটি বা খৰা চাপৰৰ ঢোল বাদনেৰে নাচনী বিহীন টলঙা বিহুক প্ৰত্যাহ্বান জনাই চাংমাই গাঁৱৰ পৰাই বিহু হুঁচৰিৰ জয়যাত্ৰা আৰম্ভ হোৱাটো উলাই কৰিব পৰা বিধৰ কথা নহয়। চাংমাই গাঁও, গোৰৰিশালী,বগলীজান যোৰহটীয়া, নকাড়ী, শিয়ালবাৰী, চাবতি আদিৰ উৎসাহী যুৱক সকল একত্ৰিত হৈ এটা পূৰ্ণাঙ্গ বিহু হুঁচৰি দ'ল গঠন কৰি গোটেই ব'হাগ মাহটো তেওঁলোকে হুঁচৰি গাই ফুৰিছিল। তৰুণ বৰুৱা, পূৰ্ণ গোহাঁই, জালিয়া গগৈ, ঘন বৰপাত্ৰগোহাঁই, গগন মহন্ত আদিৰ হাতত ঢোলে যাদু-কৰী ৰূপ পাইছিল। সেইদৰে পেপাঁত তৰুণ বৰুৱা, বাপাৰাম বৰা, যোগেশ্বৰ গগৈ (কণটি), থানেশ্বৰ দকলঙীয়া আদি। বিহুনামত গগন মহন্ত, গুনকান্ত (সোনি) ফুকন , বিপিন কোঁৱৰ। ঠিক তেনেদৰে নাচনীৰ ভাওত গুণকান্ত ফুকন, বাপাৰাম বৰা, থানেশ্বৰ দকলঙীয়া, বিপিন কোঁৱৰ, বাপুৰাম গগৈ, বগাধৰ গগৈ আদিয়ে বিহু প্ৰেমী ৰাইজৰ মন মুহিব পাৰিছিল। বিহুনাম গাই লগতে যোৰাদি গোৱা নামত গুণকান্ত ফুকন, থানেশ্বৰ, বিপিন কোঁৱৰ আৰু জালিয়া গগৈ ওস্তাদ আছিল। তেওঁলোকে ঠায়ে ঠায়ে তাৰ বাবে বিশেষ ভাৱেপুৰস্কৃত হৈছিল । লক্ষীমপুৰ টাউনৰ ধনী মানি প্ৰায়লোকৰ ঘৰলৈ চাংমাই গাঁৱৰ বিহু যোৰা সাদৰেৰে নিমন্ত্ৰণ জনাই এদিন গোৱাইছিল আৰু বিহুযোৰা চাবলৈ সেই গৃহস্থৰ ঘৰত বহুলোক গোট খাইছিল। বিশেষকৈ লক্ষীমপুৰ নগৰৰ এসময়ৰ প্ৰতিপত্তিশীল ব্যক্তি যেনে- কিনাৰাম দত্ত, প্ৰহ্লাদ দত্ত, কাশীনাথ বৰুৱা আৰু গুণ শইকীয়াৰ ঘৰলৈ প্ৰতি বছৰে বিহুযোৰাই নিমন্ত্ৰণ পাইছিল আৰু দলটোক আপ্যায়িত কৰি হুঁচৰি গোৱাৰ বাবদ গৃহস্থই উচিত মাননী আগবঢ়াই আশীৰ্বাদ লৈছিল। মুঠৰ ওপৰত উক্ত সময়ছোৱাত নকাড়ী মৌজাৰ অন্তৰ্গত সমগ্ৰ অঞ্চলটিয়েই বিহু হুঁচৰিৰ এক নৱজাগৰণৰ সৃষ্টি কৰিছিল। দীঘলীয়া চাপৰৰ শৈলীৰে নাচনীৰ নাচোনৰ প্ৰশিক্ষণ গোটেই চ'তৰ মাহটো দিয়া হৈছিল। বচা বচা জোঙা নাকৰ ধুনীয়া ধুনীয়া ল'ৰা বোৰক নাচনী সজোৱা হৈছিল।

দীঘলীয়া চাপৰত ভুঁই ৰোৱা, তাঁত বাতি কৰা, তাঁত বোৱা, গা ধোৱা, অংগ সজ্জা কৰা, কাঁহী ঘূৰোৱা, ইত্যাদি নাচৰ ভঙ্গিমা আৰু শৈলীবিলাক আকৰ্ষণীয় আছিল। কালক্ৰমত সেই শৈলী বৰ্তমানৰ খৰচাপৰৰ প্ৰকোপত ই পাহৰণিৰ গৰ্ভলৈ ঢাপলি মেলিছে। সময় থাকোতেই যদি এই দীঘলীয়া চাপৰৰ সংৰক্ষণ নহয় বা শিকাৰ আগ্ৰহী লোক নাথাকে তেনে হ'লে এক পৰিতাপৰ বিষয় হ'ব।

The long drum beat is an ancient musical sound related with Bihu festival. It is originated in Sivsagar and later spreads to other districts of Assam and gets its popularity. Instead of short drum- beat (Khor Chapor), the long drum beat (Digholia Chapor) gets enormous popularity. The movement and speed of the dancer in this kind of sound was various. Several dancing modes or postures like weaving of clothes by weavers,seedling and planting of paddy crops, the acting of bathing,dressing up by the dancers along with the drum sound. At present, the short-drum beat gets more popularity for which long- drum beat sound becomes rare and almost forgotten. Therfore, measures should be taken from preserving this kind of sound.

আন এটা উল্লেখনীয় কথা হ'ল যে, প্ৰতিষ্ঠিত ঢোলবাদক তৰুণ বৰুৱা দেৱে ১৯৬৬-৬৭ আৰু ৬৮ চনত গুৱাহাটীৰ লতাশিল খেলপথাৰত সদৌ অসম ভিত্তিত অনুষ্ঠিত হোৱা ব'হাগী মেলাত একেৰাহে তিনিবছৰ ঢোল আৰু পেঁপা বাদন প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰিছিল। পৰৱৰ্ত্তী সময়তো লক্ষীমপুৰ জিলাত অনুষ্ঠিত হোৱা প্ৰায়বিলাক বিহু মঞ্চতে তেখেতে অপ্ৰতিদ্বন্দী ঢোল আৰু পেঁপা বাদক হিচাপে স্বীকৃতি পাইছিল।

**ভাওনা আৰু নাট্য সংস্কৃতিৰ ক্ষেত্ৰত ঃ-** ভাওনা বুলিলে এসময়ত চাংমাই গাঁৱৰ নাম আছিল। চাংমাই গাঁৱৰ নামঘৰত প্ৰত্যেক বছৰৰ কাতি বিহুৰ দিনা ৰাতি ভাওনা হৈছিল। শ্ৰী মন্ত শঙ্কৰ গুৰুজনাৰ অংকীয়া ভাওনাৰ বিপৰীতে আমাৰ অঞ্চল বিলাকত কথিত ভাষাৰ ভাওনাহে জনপ্ৰিয় আছিল। ভাওনা বিলাকত তৰুণ বৰুৱাৰ ভীমৰ ভাও, পুৰ্ণ গোহাঁইৰ দুৰ্য্যোধনৰ ভাও, বিপিন কোঁৱৰৰ সূত্ৰধাৰ আৰু কৃষ্ণৰ ভাও, বগাই শইকীয়াৰ যুধিষ্ঠিৰৰ ভাও সুন্দৰ আছিল। তেখেত লোকে ভাওনাত কৰা অভিনয়ে বহু দিনলৈ দৰ্শকৰ মনত সাঁচ বহাই ৰাখিছিল। দূৰ দূৰণিৰ পৰা তৰুণ আৰু পূৰ্ণৰ তৰোৱাল যুদ্ধ আৰু বাহু যুদ্ধ চাবলৈ দৰ্শকে ভাওনা স্থলী ভিৰ কৰিছিলহি। তাৰ আগতেও ধৰ্মকান্ত গগৈ (বাঢ়নী) ভৰ লাহন, প্ৰেমকান্ত লাহন, গুণকান্ত ফুকন,

জালিয়া গগৈ, বাপুৰাম, তিলক শইকীয়া (লুগুটি), পদ্দ শইকীয়া, গোবিন শইকীয়া (বগায়), কনবাপ লাহন (গেজ), থানেশ্বৰ দকলঙীয়া, বগাধৰ গগৈ আদিয়ে বৰ ভাল ভাওনা কৰিছিল । পোৱালী বায়ন আৰু বাপা বৰাৰ খোলাৰ চেও আৰু ৰাগে মানুহৰ মন মুহিছিল। গুনকান্ত ফুকনৰ ভাওনাৰ বিলাপে দৰ্শকক কন্দুৱাইছিল বুলি আমি সৰু থাকোঁতে আইয়ে কোৱা শুনিছিলোঁ।

মঞ্চ আৰু নাট্য সংস্কৃতিৰ ক্ষেত্ৰটো চাংমাই গাঁৱৰ ৰাইজ পিছ পৰি থকা বিধৰ নহয়। বিশেষকৈ তৰুণ বৰুৱা, অৰুণ বৰুৱা, টেপুৰাম লাহন, তোলন (অকণা) কোঁৱৰ,বিপিন কোঁৱৰ, ঝুলন(সাদৰ)ফুকন, বীৰেণ গগৈ, প্ৰদীপ (ভাইটি) লাহন ,নিৰুন বৰুৱা, মুহিলাল আদিৰ প্ৰচেষ্টাত সত্তৰৰ দশকত চাংমাই গাঁৱত এক মঞ্চৰ পৰম্পৰা গঢ়ি উঠিছিল। সেই পৰিবেশত ভালে কেইখন নাট মঞ্চস্থ কৰা হৈছিল। পুৰুষ মহিলা উভয়ে এইনাটক বিলাকত অভিনয় কৰিছিল । সেই সময়তযেনে- সুখদা, সৰুছোৱালী, বীণা, পুণি,ৰীণা আদি ছোৱালীবোৰে নাটকত অভিনয় কৰা আমিও চোৱা মনত আছে। সেই সময়ত মঞ্চস্থ কৰা নাট বিলাকৰ ভিতৰত টেটোন তামুলী, কনকচম্পা, ডাকু কালিশংকৰ, নবীন মাষ্টৰ আদি। পৰৱৰ্ত্তী পৰ্যায়তো প্ৰণৱ বুঢ়াগোহাঁই, প্ৰহ্লাদ বৰুৱা, ঈশ্বৰ প্ৰসন্ন বৰুৱা, ব্ৰজেন বৰুৱা, তোলন ফুকন (মইনা) আদি নাট্য প্ৰেমী লোকে ১৯৯০ চন মানলৈকে এই ধাৰা অব্যাহত ৰাখিছিল। এতিয়াও মাজে সময়ে গাঁওখনৰ উদীয়মান যুৱ চামে একোখনকৈ ভাল নাট মঞ্চস্থ কৰি আহিছে। সেই সুবাদতে কোনো ভাল মঞ্চত অভিনয় কৰিবলৈ সুযোগ নাপালেও কেইজনমান যেনে ব্ৰজেন বৰুৱা, তোলন ফুকন (মইনা) আৰু বিক্ৰম বিকাশ বৰুৱা (জগন্নাথ) আদিয়ে নিজৰ অভিনয় প্ৰতিভাৰে একোজন ভাল মঞ্চ অভিনেতা হৈ উঠিছিল। শেহতীয়াকৈ বিক্ৰম বিকাশ বৰুৱাই "সৌমাৰ জ্যোতি থিয়েটাৰ" নামৰ এক ভ্ৰাম্যমান নাট্য দল গঠন কৰি চাংমাই গাঁৱতে আখৰা থলিপাতি দুটা বছৰ ধাৰাবাহিকভাৱে দৰ্শনীৰ প্ৰচেষ্টা হাতত লৈছিল, যদিও অৰ্থৰ অভা ৱ আৰু অনান্য কাৰীকৰি অসুবিধাৰ কাৰণত দ'লটি দীৰ্ঘস্থায়ী নহল। তথাপিও, চাংমাই গাঁৱৰ নাট্য সংস্কৃতিৰ ইতিহাসত ইয়ো এটা স্থায়ী স্মৃতি ৰূপে বিবেচিত হৈ থাকিব। শেহতীয়াকৈ গাঁও খনত তীৰ্থ বৰুৱা আৰু প্ৰহ্লাদ বৰুৱাৰ প্ৰচেষ্টাত তাই কৃষ্টি বিকাশ কেন্দ্ৰ নামৰ এটি অনুষ্ঠান গঢ় লৈ উঠিছে আৰু সেই সুবাদতে এটা স্থায়ী মঞ্চৰ গঢ় লৈ গাঁও খনত বহুদিনীয়া অভাৱ এটিও পূৰণ হৈছে। এই অনুষ্ঠানটো গঢ় লোৱা ক্ষেত্ৰত প্ৰহ্লাদ বৰুৱাৰ আশগুধীয়া প্ৰচেষ্টা স্মৰণযোগ্য।

**ধৰ্মীয় ৰীতি-নীতি** ঃ- চাংমাই গাঁৱৰ প্ৰায় আধাখিনি লোক পূৰ্বৰ আউনীআটী আৰু দক্ষিণপাট সত্ৰৰ শৰণীয়া হিচাপে মহাপুৰুষীয়া ধৰ্ম নীতিতে চলি আছে। কাজ কৰ্ম বিলাকত ব্ৰাহ্মণ লগোৱাৰ নিয়ম নাই , ভকতেই নাম কীৰ্ত্তন কৰি গৃহস্থক উদ্ধাৰ কৰে। প্ৰকৃতাৰ্থত ব্ৰহ্ম জ্ঞান থকাজনেই ব্ৰাহ্মণ এতেকে কুশ বংশাৱলী

বামুণতকৈ মুখ বংশাৱলী ব্ৰাহ্মণক বেছি প্ৰাধান্য দি ৰাইজে কেতিয়াবাই যযমানী ব্ৰাহ্মণক গাঁও খনত প্ৰৱেশ নিষেধ কৰিলে। উল্লেখযোগ্য যে, উক্ত সমাজ সংস্কাৰক কামত গুৰি ধৰোঁতা জন আছিল আমাৰে বুঢ়াদেউতা সৰুমণ ফুকন। তেখেত নিজে এজন নাম প্ৰসঙ্গ আদি শুদ্ধভাৱে কৰিব পৰা উঠন-পুৰণ ভকত আছিল। গাঁও খনৰ বাকী সকল লোক শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ নীতি আদৰ্শত চলে। উল্লেখযোগ্য যে, উক্ত সময়চোৱাৰ ভিতৰতে মদন চন্দ্ৰ বৰুৱাদেৱে শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ নীতি আদৰ্শত অনুপ্ৰাণিত হৈ চাংমাই গাঁৱত শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ এক প্ৰাথমিক শাখা মুকলি কৰোৱাই। সমগ্ৰ বগলীজান অঞ্চলতে শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ নীতি আদৰ্শ প্ৰচাৰ আৰু প্ৰসাৰৰ ক্ষেত্ৰত তেখেতে অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। গাঁও খনত নামঘৰ দুটা যদিও দুয়োটাই শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ নিয়মেৰে পৰিচালনা হয়।

ডাকৰ বচনত থকাৰ দৰে নদী কুল আৰু জ্ঞাতিৰ সঙ্গ লবলৈ ভালপোৱা চাংমাই গাঁৱৰ গোটেই মানুহখিনি ইঘৰ-সিঘৰৰ নিকট আত্মীয় আৰু দূৰ সম্বন্ধীয়। কাৰো কাৰোৰ তেজ মঙহৰ সম্পৰ্কত বান্ধ খোৱা। তেনেস্থলত কেতিয়াবা ভুল বুজাবুজি বা সৰু বৰ সংঘাত হ'লেও তাকে চিৰদিন ধৰি নথকাটো চহা জীৱনৰ সৰল প্ৰাণৰে চানেকি। উক্ত সৰলমনা আমাৰ দেউতাতুল্য বা পূৰ্বপুৰুষ,পৰিয়াল আৰু উত্তৰাধিকাৰীসকলে অন্ন, বস্ত্ৰ আৰু বাসস্থানৰ অভাৱ দূৰ হওক বুলিয়েই দূৰ দূৰণিৰ পৰা বহু কষ্টেৰে আহি,হাবি ভাঙি,পাম কৰি ইয়াতেই স্থায়ী ভাৱে থাকিবলৈ ল'লে। বহু দেহামৰা কষ্টেৰে তেজক পানী কৰি বামখেতি, আহু আৰু শালি খেতি কৰি নিৰাওঁতে চপাওঁতে তথা প্ৰতিবছৰে বাহঁৰ খুটা, কাঠৰ খুঁটা, ঘৰৰ বেৰ,চাল আদি মেৰামতি কৰোতেই তেওঁলোকৰ আয়ুস গ'ল। তৎসত্বেও মানুহখিনিয়ে জীৱন কালত অবিচলিত ভাবে থাকি ধৰ্ম, কৰ্ম, শিক্ষা, সংস্কৃতিৰ প্ৰতি ধাউতিহে বঢ়াইছিল। যাৰ ফলত এটা সময়ত চাংমাই গাঁও এখন আদৰ্শ গাঁৱলৈ উত্তৰণ ঘটিছিল। ১৯৬৯ চনত চাংমাই গাঁৱৰ সমূহ ৰাইজে মহাত্মা গান্ধীৰ আদৰ্শৰে উদ্বুদ্ধ হৈ আৰু আচাৰ্য বিনোৱা ভাৱেৰ দ্বাৰা অনুপ্ৰাণিত হৈ গাঁও খনক "গ্ৰামদান" অনুষ্ঠানত চামিল কৰিছিল। তেনেস্থলত সেইখন গাঁৱত বৰ্ত্তমানে কোনো কোনো অঞ্চলত নিচা জাতীয় পানী টুপিৰ কিনা-বেচা হ'লে বা একাংশ লোক আৰু এচাম যুৱ প্ৰজন্ম তাৰ প্ৰতি আকৃষ্ট হ'লে পূৰ্ব পুৰুষৰ প্ৰচেষ্টা বিলাক অথলে নাযাবনে বাৰু? অদূৰ ভৱিষ্যতে এনে কাৰ্য্য গাঁওখনৰ পৰা সমুলঞ্চে বিদায় নিদিলে বা সময় থাকোঁতেই উঠি অহা যুৱ প্ৰজন্মই সবল নেতৃত্বৰে এখনি সুস্থ সমাজ গঢ়ি, গাঁওখনক সকলো দিশত আগবঢ়াই নিব পাৰিলেহে সঁচা অৰ্থত বাটকটীয়া উপৰিপুৰুষ সকলক শ্ৰদ্ধা কৰা হ'ব বা তেখেতলোকৰ আত্মাই শান্তি লাভ কৰিব আৰু অতীতৰ ঐতিহ্য ম্লান নপৰাকৈ বাহাল থাকিব।

***

# আহোম,অহম, আহোমীয়া ইত্যাদি আৰু কিছু ধাৰণা

আমাৰ পূৰ্বপুৰুষ সকল আছিল শ্যাম দেশৰ বাসিন্দা। শ্যাম দেশক বৰ্তমান থাইলেণ্ড নামেৰে জনা যায়। পূৰ্বতে শ্যাম দেশত বসবাস কৰা প্ৰায় বিলাক মঙ্গোলিয়ান জনগোষ্ঠীৰ লোক সকলে তাও ধৰ্ম পালন কৰিছিল। সেই বাবে উক্ত শ্যাম সকলক 'তায়ী' বা 'তাই' বুলি কৈছিল। উক্ত তাই জনগোষ্ঠীয় লোক সকলৰ ভিতৰত তাই আহোম, তাই খামতি,তাই ম্যান, তাই তুৰুং, তাই আইতনীয়া, তাই খামিয়াং আৰু তাই ফাকে আদি। তাৰে ভিতৰত বিশেষকৈ তাই আহোম সকলে বাস কৰিছিল, বৰ্তমান লাউচ আৰু কাম্বুদিয়াৰ মাজৰ ম্যুংৰি ম্যুংৰাম নামৰ এখন ঠাইত। তাই আহোম সকলে পূৰ্বৰ পৰাই নিজকে আহোম বুলি চিনাকি দি ভাল পায় আৰু তেওঁলোকে বিশ্বাস কৰে যে আহোম সকল স্বৰ্গৰ ৰজা লেংদনৰ বংশধৰ। কিন্তু প্ৰবাদমতে পৃথিবীত শাসন কৰিবলৈ স্বৰ্গৰ ৰজা লেংদনে পঠোৱা তেওঁৰে নাতি খুনলুং আৰু খুনলাইহে প্ৰকৃত লেংদন বংশীয় আৰু বুৰঞ্জীয়েও তাকেই কয়। ধাৰণা কৰিব পাৰি যে আহোম স্বৰ্গদেউ সকলৰ উপৰিপুৰুষ দুজনাক লেংদনে স্বৰ্গৰ পৰা প্ৰেৰিত কোনো দিব্যযানৰ পৰা সোণালী ৰঙৰ শিকলি সদৃশ জখলাৰে পৃথিৱীত পদাৰ্পণ ঘটাইছিল। সেয়ে তেওঁলোক সোণৰ জখলাৰে পৃথিৱীলৈ নামি অহা কথাটো বুৰঞ্জীয়ে নুই কৰা নাই। সকলো কথা চালি-জাৰি চাই কিছু কথা ধাৰণা কৰিব পাৰি যে সেই সময়ত ম্যুংৰি ম্যুংৰামকে ধৰি সমগ্ৰ শ্যাম দেশতে অসংগঠিত ভাবে তাই জনগোষ্ঠীয় লোকসকলে বাস কৰিছিল আৰু তাৰ সমান্তৰাল ভাৱে শ্বান জনগোষ্ঠীয়(বৰ্ত্তমানৰ চীনা) লোক সকলেও সহাৱস্থান কৰি আছিল। উক্ত স্থানত তেওঁ লোকৰ মাজত আকস্মিক ভাৱে সোঁ-শৰীৰে আৰ্বিভাব হোৱা লেংদন প্ৰেৰিত তেজস্বী দিব্য পুৰুষ দুজনাক পাই বিনা দ্বিধাই তাই আহোম সকলে স্বৰ্গৰ প্ৰতিনিধি, স্বৰ্গদেউ ৰূপে আদৰি লৈছিল। পৰৱৰ্ত্তী সময়ত আহোম স্বৰ্গদেউ খুনলুঙে যথা নিয়মেৰে চোমচেঙক প্ৰতিষ্ঠা কৰি ৰাজ সিংহাসন আৰোহণ কৰিছিল আৰু উক্ত স্থানৰ পৰাই শ্যাম দেশীয় ভূমি পুত্ৰ সকলক সু-সংগঠিত কৰি ৰাজ্য শাসনৰ পাতনি মেলিছিল। প্ৰবাদ মতে স্বৰ্গদেউ খুনলুঙে দিব্য হস্তীত উঠি দিব্য অস্ত্ৰ হেংদাং যিফালেই টোঁৱাইছিল সেইফালেই ৰাজ্য বিস্তাৰ হৈছিল। পৰৱৰ্ত্তী সময়ত স্বৰ্গদেউৰ উত্তৰ পুৰুষ সকলে বৰ্তমানৰ চীন দেশৰ মধ্য অংশলৈকে ৰাজ্য বিস্তাৰ কৰিছিল বুলি বুৰঞ্জীত উল্লেখ পোৱা যায়। কালক্ৰমত তাই সকলতকৈ শ্বান (চীনা) সকল বেছি শক্তিশালী, চতুৰ তাৰোপৰি অত্যাচাৰী হোৱাত শ্যাম দেশত তাই গোষ্ঠীয় লোকসকল তিষ্টি থাকিবলৈ টান হৈছিল। তাৰ ফলত বহু তাই জনগোষ্ঠী যেনে খামটি,খামিয়াং, তুৰুং,আইতনীয়া, ম্যান, ফাকে আদি পাটকাই ফাললৈ আঁতৰি আহি

লগা হৈছিল আৰু আহোম সকলেও সেই সময়তে পূৰ্বৰ ঠাই এৰি মাওলুঙৰ ফাললৈ স্থান পৰিবৰ্তন কৰিছিল।

তাও ধৰ্মৰ পৰিপন্থী কনকুচিয়াচৰ মতবাদত বিশ্বাসী চীনা সকলে কালক্ৰমত সংগঠিত হৈ স্বকীয়তাৰে ৰাজত্ব জাহিৰ কৰিছিল। আনহে নালাগে তেওঁলোকৰ ভিতৰৰে কোনোবা এজন ৰজাই নিজকে স্বৰ্গৰ প্ৰতিনিধি Quing ক্যিং বুলি কোনোবা পৰ্ব্বতৰ চূড়া এটাৰ পৰা সোণবৰণীয়া এডাল জখলাৰে নামি আহি ঘোষণা কৰিছিল আৰু ইতিহাসত স্বৰ্গৰ প্ৰতিনিধি হিচাপে আন কাৰোবাৰ নাম যাতে নাথাকে তাৰ বাবে ক্যিং সকলে তাই জাতিৰ বুৰঞ্জী দহনৰ কাৰ্যও সম্পন্ন কৰিছিল। (ডঃ দয়ানন্দ বৰগোহাঁইৰ মতে চীনা সকলে কৃষি বিষয়ক বুৰঞ্জী বিলাকৰ বাদে তাই জাতিৰ বুৰঞ্জী একাধিকবাৰ পুৰি চাই কৰিছিল)। সেয়ে আহোম সকলে একপ্ৰকাৰ বুৰঞ্জী লিখিবলৈকে বাদ দিছিল, যাৰ কাৰণে আজিও পাটকাইৰ সিপাৰৰ তাই আহোমৰ বৰ্ণীল ইতিহাস লিখিত ৰূপত পোৱাৰ পৰিৱৰ্ত্তে মুখে মুখে প্ৰবাদৰূপেহে প্ৰচলিতহৈ আহিছে। তেনে এটা প্ৰবাদমতে খুনলুং আৰু খুনলাইক লেংদনে পৃথিৱীলৈ পঠোৱাৰ সময়ত তেওঁলোকৰ প্ৰয়োজন হোৱাকৈ কিছুমান মূল্যবান সম্পদো লগত দি পঠাইছিল। সেই সম্পদ কেইটা হ'ল যেনে এটি বিগ্ৰহ (চুম চেং ), এটা বগা দঁতাল হাতী, এখন দিব্য তৰোৱাল (হেংদাং), কেইযোৰ মান দেও লগা কুকুৰা (কাইচেং মুং), এযোৰ ঢোল তাল (ক্কক ) আৰু চোমচেঙৰ পূজাবিধি (খেকলাই)। কোনো কোনোৰ মতে উক্ত সম্পদকেইবিধৰ উপৰিও সোণৰ সিংহাসন, সোণৰ চত্ৰ, সোণৰ ৰাজদণ্ড, বুঢ়াগোহাঁই, বৰগোহাঁই, মহন, দেওধাই ফুকন, বাইলুং আৰু লুখুৰাখন ফুকনকো স্বৰ্গৰ বীজ (মপ্লং) হিচাপে স্বৰ্গদেউ সমন্বিতে পঠাইছিল আৰু সেয়ে হ'ল সাতঘৰীয়া আহোম।পৃথিৱীত পদাৰ্পণ কৰোতে খুনলুঙে চোমচেঙক হাতত লৈ আহিছিল যদিও বাকী বস্তু কেইপদ আদবাটতে এৰি থৈ আহিছিল । পিছত সেইখিনি আনিবলৈ কাৰোবাক পথাবলৈ বিচৰাত আহোম সকলৰ মাজৰ পৰা কোনো এজনো যাবলৈ সাহস কৰিব নোৱাৰিলে। পিছত 'খে' নামৰ বহতীয়া চীনা এটাই উপযাচি যাবলৈ ওলোৱাত স্বৰ্গদেউ খুনলুঙে সন্মতি প্ৰদান কৰিলে। চতুৰ চীনা খেই বস্তু কেইপদ আনি দিলেহি যদিও তাৰ প্ৰয়োগৰ আচল কৌশল বিলাক শিকি অহাৰ দৰে সকলো কথা বিবৰি নকলেহি। স্বৰ্গৰাজ লেংদনে কৈ পঠোৱা আচল উপদেশবিলাক এনেধৰণৰ আছিল- "চোমচেঙক ধুৱাই পখলাই খেকলাই পূজা বিধিমতে বছৰত দুবাৰ পূজা অৰ্চনা কৰিবি। তেতিয়া দেশৰ মঙ্গল হ'ব আৰু অচলা লক্ষীৰ বসতি হৈ ধন,জন বৃদ্ধি হ'ব। কাইচেং মুং যাঁচি ৰাজ্য বঢ়াবি, যদি নামানে তেহে হেংদাং টোঁৱাবি আৰু হেংদাং খন পৰাপক্ষত পিঠিৰ ফালে ৰাখি দুহাতেৰে শত্ৰুক দমন কৰিবি, প্ৰয়োজন নহলে অসময়ত ক্কক নবজাবি, দেশৰ অমঙ্গল হ'ব, কাইচেংমুঙৰ ঠেঙেৰে বাইলুঙে ৰজা প্ৰজাৰ মঙল (বানচেং) চাব আৰু কাইচেংমুং

কাটি তাৰে ঠৌটৰ সৈতে মুৰটো, পাখিৰ ডেউনা, নখ, পেটু তহঁতি (আহোমে) খাবি আৰু মঙহ বিলাক সিহঁতক (চীনাক) দিবি।" কিন্তু খেই ওলোটাই আহোম স্বৰ্গদেউ আৰু আহোম সকলক মঙহ খাবলৈ দি গা গধুৰ কৰালে আৰু নিজৰ জাতি-ভাই হঁতক নখ, ঠেং, পেটু মুৰ পাখিৰ ডেউনা আদি খোৱাই গা পাতল কৰিলে। সেয়ে হয়তো আহোম সকলতকৈ চীনা সকল কুকুৰাৰ দৰে ওপৰলৈ জপিয়াই যুদ্ধ কৰিব পৰা হ'ল। কংফু কেৰাটেৰ দৰে যুদ্ধৰ কৌশল আয়ত্ব কৰি হেংদাং সদৃশ নিনজা নামৰ তৰোৱাল পিঠিৰ ফালে ৰাখি খালিহাতে আৰু ভৰিৰে প্ৰতিপক্ষক ধাৰাশায়ী কৰিব পৰা হ'ল।

আহোম স্বৰ্গদেউ সকলৰ উপৰিপুৰুষ খুনলুঙৰ উত্তৰাধিকাৰী সকলে প্ৰায় হাজাৰ বছৰ শ্যাম ৰাজ্যত ৰাজত্ব কৰিছিল। তেওঁলোকৰ শাসন কালতে হোৱা শ্বান বা চীনা সকলৰ অভ্যুত্থান আৰু উৰ্বৰ কৃষি ভূমিৰ অভাৱে বাৰুকৈয়ে তাই জনসাধাৰণৰ ওপৰত প্ৰভাৱ পেলাইছিল। সেয়ে তাই সকলেও জন্মভূমি এৰি বিকল্প বাসস্থানৰ সন্ধান কৰিছিল। তেনে কাৰণতে একত্ৰিত তাই জনগোষ্ঠী বিলাক পুনৰ সৰু সৰু গোটত ভাগ হৈ অন্ন, বস্ত্ৰ, বাসস্থানৰ সন্ধানত শ্যাম ৰাজ্য ত্যাগ কৰিছিল। তেনে ধামখুমীয়াৰ মাজতো তাই আহোম সকলৰ স্বৰ্গদেউ সকলে অতি বিচক্ষণতা আৰু সাহসেৰে ৰাজ্য শাসন কৰি আছিল যদিও তলে তলে গা কৰি উঠা সাম্প্ৰদায়িকতা, উৎপীড়ণ আৰু আভ্যন্তৰীণ গৃহকন্দল আদিয়ে জাতিটোক এক প্ৰকাৰ বিধ্বস্ত কৰিছিল। লগতে উৰ্বৰ কৃষি ভূমিৰ অভাৱেও সেই সময়ত জন্মভূমি এৰি এক বিকল্প স্থানলৈ যাব লগাতো এক অনিবাৰ্য্য কাৰণ ৰূপে চিহ্নিত হৈছিল। আহোম সকলৰ মাজত পূৰ্বৰে পৰা এটি প্ৰবাদ প্ৰচলিত আছিল যে, এদিন নহয় এদিন তেওঁলোকে পাটকাইৰ সিপাৰে থকা দেশ এখনলৈ যাব লাগিব ( সেইটো বোলে লেংদনৰে নিৰ্দেশ আছিল)। যিখন ঠাই সোণেৰে গঢ়োৱা, য'ত আছে সুখ, শান্তি আৰু ভোগ, যাৰ নাম "ম্যুংদুন চুনখাম"। সেই কথা চ্যুকাফাৰ কাণতো নপৰাকৈ নাছিল। কাজেই খ্যুনলুঙৰ পৰিনাতি শিক্ষিত, অদম্য সাহসী, বুদ্ধিমান, দূৰদৰ্শী, আৰু চফল ডেকা ৰাজকোঁৱৰ চ্যুকাফা দেৱে (ড° দয়ানন্দ বৰগোহাঁই দেৱৰ মতে চ্যুকাফা খ্যুনলুঙৰ উনত্ৰিশ পুৰুষৰ পৰিনাতি) একাংশ উৎসাহী লোকক লগত লৈ যাত্ৰা আৰম্ভ কৰিছিল ১২২৬ খৃঃৰ আঘোণ মাহৰ কোনোবা এটা শুভ দিনত পাটকাই ফাললৈ। সেই অভিযান কালত তেওঁ লগত লৈ আহিছিল চোমচেং, হেংদাং, কাইচেংমুং, ফ্ৰুক, খেকলাই পূজাবিধি আৰু নিজে উঠি আহিছিল লেংদন প্ৰদত্ত বগা হাতীৰ বংশধৰ খাংখুমনৰ ওপৰত।

প্ৰায় এঘাৰ হেজাৰ কিলোমিটাৰ দুৰ্গম পথ দুবছৰৰ ভিতৰত অতিক্ৰম কৰি আহোতে যুদ্ধ-বিগ্ৰহ নকৰাকৈ কুকুৰা দি মিত্ৰতা বা সন্ধি আদি কৰি ১২২৮ খৃঃত

সুকলমে আহি দয় পাটকাই চেংকোনত (য'ত নটা পাহাৰ লগ লাগিছে) উপস্থিত হৈ আঘোণ মাহৰ এক শুভ দিনত (চৌকান গিৰিপথেদি) প্ৰবেশ কৰি পিচত দিহিং নদীয়েদি ভটিয়াই প্ৰাচীন কামৰূপ ৰাজ্যৰ সৌমাৰপীঠত ভৰি দিছিলহি। আহোম সকলে প্ৰথমে টিপাম তাৰপিছত চন্তকত খুপনিপুতি পিছলৈ হাবুঙত থিতাপি লয়। পৰৱৰ্ত্তী সময়ত ব্ৰহ্মপুত্ৰৰ বাঢ়নী পানীয়ে বৰকৈ আমনি কৰাত ওখ ঠাই বিচাৰি চৰাইদেউত স্থায়ী ৰাজধানী পাতে আৰু আহোম সকল সপৰিয়ালে নিগাজী হয়। এই খিনিতে উল্লেখনীয় যে ব্ৰহ্মপুত্ৰ খন বৰ্তমান অৱস্থানতকৈ পূৰ্বতে বহু উত্তৰে বৰ্তমানৰ ধেমাজি জিলাৰ মাজেৰে গৈ লক্ষীমপুৰ জিলাৰ একাংশ সামৰি বৈছিল। ভালকৈ মন কৰিলে দেখা যায় যে ধেমাজি আৰু লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰ অঞ্চললৈকে মাটিৰ গঠন প্ৰায় পলসুৱা, বালিচঁহীয়া আৰু দোমোজা বিধৰ। তাৰ বিপৰীতে অসমৰ বাকী অংশৰ মাটিৰ গঠন প্ৰায় একেধৰণৰ ৰঙচুৱা আৰু আঠালতীয়া। ধেমাজি জিলাৰ বৰেণ্য সাহিত্যিক উমেশ চেতিয়া দেৱেও এই সন্দৰ্ভত কোনোবা আলোচনীত লিখা পঢ়িবলৈ পাইছিলো। তেখেতৰ মতে চিমেন, গাই, কাণীনদী, জীয়াঢল, কুমতীয়া, ন নদী, সোৱণশিৰি, বগীনদী, ৰঙানদী, শিঙৰা, দিক্ৰং, দোপ্ৰাং আদি কম দূৰত্বৰ ব্যৱধানত থকা খৰস্ৰোতা নদী কেইখনৰ মোহনা বিলাকত পৰা পানীৰ হেঁচাৰ ফলতে ব্ৰহ্মপুত্ৰ ক্ৰমে পূৰ্বৰ অৱস্থানতকৈ বহু দক্ষিণলৈ গ'ল। আৰু হাবুং ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থাকি গ'ল। যি কি নহওক, মানুহ স্বভাৱতে আশাধাৰী প্ৰাণী। আশাই আকাশ চুৱে, কিন্তু প্ৰচেষ্টা নাথাকিলে ঈপ্সিত ফল ভোগ কৰিবলৈ নাপায়। চ্যাওলুং চ্যুকাফাই লেংদনৰ কৃপাত এক আশাসুধীয়া প্ৰচেষ্টাৰে অসাধ্য সাধন কৰি কল্পনাৰ স্বৰ্গ বাস্তৱত লাভ কৰি আহোম জাতিক এক স্থায়ী বাসস্থানৰ উপহাৰ দিলে।

কোনোবা বুৰঞ্জীবিদে বুৰঞ্জীত উল্লেখ কৰা ধৰণেৰে আহোম সকল বৰ্ণ-সংকৰ নহয়। আহোমৰ পৰিচয় পূৰ্বৰ পৰাই আহোম। অ'শ্যাম,অসাম,অহম,আসাম, নহয়। আহোমৰ লগত জিনযোৰা লুকুমাই সকলহে আহোমীয়া বা পিছলৈ অসমীয়া। স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ সাত ৰাজ মাৰি এক ৰাজ কৰা নীতি গ্ৰহণ কৰি এই মোলোকত বাস কৰা বাকী ৰজা প্ৰজা সকলোৰে এদিন আহোমীয়া হৈছিল। পিছলৈ এই শব্দই অপভ্ৰংশ হৈ "অসমীয়া" হ'ব পাৰে। ইয়াৰ ব্যতিৰেক আমাৰ মনে নধৰে।

স্বৰ্গদেউ চ্যুকাফাৰ লগত চাৰি হেজাৰতকৈ অধিক উপান্ত কৃষক সপৰিয়ালে আহিছিল। চাৰিশ জন বিশেষভাবে প্ৰশিক্ষিত ৰণুৱা আৰু চল্লিছ জন বচা বচা গা-ৰখীয়াই সকলোকে নিৰাপত্তা দি আহিছিল। বুৰঞ্জীত উল্লেখ নাথাকিলেও মহন্ত, দেওধাই বাইলুং, বুঢ়াগোহাঁই, বৰগোহাঁই, লুখুৰাখুন আদি কৰি প্ৰায়খিনিলোক সপৰিয়ালে আহিছিল।

সেইসময়ত এই মুলুকত (অসমৰ ভূমিপুত্ৰ হিচাপে খ্যাত)কছাৰী জনগোষ্ঠীয়

লোকসকলে বাস কৰিছিল। তেওঁলোকো প্ৰায় অ-সংগঠিত ভাৱে সৰু সৰু গোটত বিভক্ত আছিল। তেওঁলোকে সেই সময়ত নিজৰ নিজৰ সম্প্ৰদায়টোক লৈয়ে ব্যস্ত আছিল যেন লাগে। সেয়ে আহোম সকলক লগ পাই কিছু কছাৰী সম্প্ৰদায় যেনে বৰুৱা, বৰাহী সকল একেবাৰে আহোমীয়া হৈ তেজে-মঙহে মিলি গ'ল আৰু মৰাণ,মটকে নিজস্ব নেৰিলেও এক প্ৰকাৰ আহোমীয়া হ'ল। পৰবৰ্ত্তী পৰ্যায়ত বহুত সুবিধাভোগীয়ে লুকুমাই হিচাপে আহোমৰ উপাধি গ্ৰহণ কৰিলে। সেইধৰণেৰে লালুং, সোণোৱাল, ঠেঙাল সকলো পিছলৈ আহোমীয়া হ'ল। আৰু বহু চুতীয়া সম্প্ৰদায়ৰ লোকে নিজকে আহোম চুতীয়া বুলি পৰিচয় দিবলৈ ভালপোৱা হ'ল।

১২২৮ খৃঃৰ আঘোণ মাহৰ কোনো এটা শুভ দিনত অতীতৰ কামৰূপ ৰাজ্যৰ সৌমাৰপীঠ অঞ্চলত ভৰি দিয়ে। দূৰদৰ্শী চ্যুকাফাই উমান পাইছিল ইয়াৰ মাটিৰ উৰ্বৰতাৰ কথা। তেওঁ ক্ৰমে উপলব্ধি কৰিছিল সুজলা, সুফলা শস্য শ্যামলা ৰূপ আৰু মোহিত হৈছিল সোণ-সেৰীয়া মাটিৰ সোণালী ৰং দেখি। পথাৰবোৰত দেখা পাইছিল সোণালী শস্য ধান, তাৰোপৰি সোণালী সূঁতাৰ উৎকৃষ্ট মুগা পলু মেজাংকৰিৰ সঁচ, মুগা,এড়ি আৰু পাত পলুৰ খাদ্যৰূপী চোম, হেঙালু, ঠৈলাঙনী, এড়া, কেচেউ, নুনী আদি গছ বোৰৰ অপৰ্য্যাপ্ততা লগতে আহোম সকলৰ প্ৰিয় খাদ্য সোণালী মুগা-পলু, পাত-পলু, এড়ি -পলুৰ লেটা (Silk Worm) আৰু সোণালী আম্‌ৰলী পৰুৱাৰ টোপ, সোণবৰণীয়া কেঁকুৰা, কুঁচিয়া (Ethnic Food) আৰু মাগুৰ মাছ(পঁকা মাগুৰ) আদি সহজলভ্য হিচাপে পাই, আচৰিত ধৰণেৰে উক্ত অঞ্চলত উৎপাদিত ৰঙা চাউলৰ পৰা প্ৰস্তুত কৰা পানীয় 'লুক্‌লাউ' ৰ হালধীয়া সোণৰ বৰণ দেখি তেওঁ অভিভূত হৈ পৰিছিল চাগৈ; আহোমৰ প্ৰজা, ডা-ডাঙৰীয়া সকলে নতুন ঠাইত ন কৈ বনাই লোৱা বাহঁৰ চাল বেৰেৰে, সোণবৰণীয়া হৰেন, বৰটা আৰু উলু খেৰেৰে চাৱনী কৰা ঘৰ বোৰৰ সোণালী ৰং আৰু ৰঙা মাটিৰ সোণবৰণীয়া লেপন দিয়া বেৰেৰে ওখ পিৰালিৰ ঘৰবোৰ দেখি আৰু নতুনকৈ ৰঙা মাটি তোলি বনাই লোৱা সেন্দুৰীয়া পথ, পদূলিবোৰ দেখি তাৰোপৰি সোণত সুৰগা চৰোৱাৰ দৰে নতুন বাতাবৰণত তেজগোড়া, তামবৰণীয়া আহোম সকলৰ দেহৰ ৰং পৰিৰ্বতন হৈ জেতুকাবুলীয়া হোৱাত, স্বৰ্গদেউ চ্যাওলুং চ্যুকাফাৰ মুখৰ পৰা স্বতঃস্ফুৰ্ত ভাৱে ওলাই আহিছিল চাগে "মুংদুন চুনখাম" অৰ্থাৎ এইখনেই সেই বাস্তৱ স্বৰ্গ যিখন আমাৰ পূৰ্বপুৰুষ সকলে কল্পনাহে কৰিব পাৰিছিল। উক্ত বাস্তৱিক কথাত প্ৰজাসকলো সহমতত উপনীত হৈ পতিয়ন গৈছিল। তেওঁলোকে 'সোণালী বাগিছা'ৰ সোণালী ৰহস্য ভেদ কৰি এই ভূমিতে সোণ গুটি বুটলি মিলি আৰু মিলাই (Merging assimilation) সবল হৃদয়ৰ দৃষ্টান্তৰে সেই আহোম সকলেই হৈছে প্ৰথম অসমীয়া জাতিৰ বাটকটীয়া।

***

# ফিমা

## (লুখৰাখনীয়া বংশাৱলীৰ পম খেদি)

আহোম স্বৰ্গদেউ চাওলুং চ্যুকাফাৰ পূৰ্বপুৰুষ সকলৰ দিনৰ পৰা প্ৰচলিত প্ৰবাদ্ মতে মুংৰিমুংৰাম আহোম সকলৰ স্থায়ী বাসস্থান নাছিল বা সমগ্ৰ শ্যাম দেশৰ ভিতৰত ক'তো নাছিল। তেওঁলোকৰ স্থায়ী ঠিকনা হেনো স্বৰ্গদেউ লেংদনে নিৰ্দিষ্ট কৰি ৰখা কোনোবা অজান্তি মুলুকৰ এখন সোণোবালী ভূ-স্বৰ্গতহে। তাই ভাষাত যাৰ নাম "ম্যুং দুন চুনখাম"। আহোম ৰাজবংশৰ বাটকটীয়া স্বৰ্গৰাজ লেংদনৰ নাতি খুনলুং আৰু খুনলাইৰ দিনৰ পৰা পুৰুষানুক্ৰমে উক্ত স্থায়ী ঠিকনাৰ সন্ধানত ধাৰাবাহিকভাৱে প্ৰচেষ্টা হাতত লৈছিল বুলি বুৰঞ্জীত উল্লেখ পোৱা যায়। পৰম্পৰাগত ভাৱে কেইবা পুৰুষলৈকে নিৰৱছিন্নভাৱে এই প্ৰচেষ্টা অব্যাহত ৰখাৰ ফলতেই এসময়ত তাই ৰাজ্যৰ পৰিসীমা বৃদ্ধি হৈছিল যদিও তেওঁলোকে প্ৰকৃত উদ্দেশ্যত সফল হ'ব পৰা নাছিল। সেয়ে শেষত অকৃতকাৰ্য হলেও তেওঁলোকে এটা কথাত উপনীত হৈছিল যে, তেওঁলোকে বিচাৰি থকা কল্পনাৰ স্বৰ্গ ম্যুং দুন চুনখাম বাস্তৱত তেতিয়াহে সম্ভৱ যেতিয়া কোনোৱে সুদূৰ উত্তৰ-পশ্চিমৰ দণ্ডায়মান সুউচ্চ পৰ্ব্বতমালা (পাটকাই) পাৰ হৈ যাব পাৰিব আৰু সকলোৰে বাবে এই কাৰ্য সহজসাধ্য নহয়।

স্বভাৱতে মানুহ অনুসন্ধিৎসু প্ৰাণী। মানুহে তেতিয়ালৈকে আশ্বস্ত হৈ শান্তি লাভ কৰিব নোৱাৰে যেতিয়ালৈকে তেওঁলোকৰ অনুসন্ধিৎসু মনে প্ৰকৃত সত্যটো উদ্‌ঘাটন কৰিব নোৱাৰে। মানুহৰ ধৈৰ্য ,সাহস আৰু একাগ্ৰতা থাকিলে এদিন অসাধ্যও সাধন হয়। যিহেতু অসম্ভৱ কথাযাৰ মুৰ্খৰ অভিধানতহে পোৱা যায়। কাজেই, পৰৱৰ্ত্তী সময়ত তাকে কৃতকাৰ্যতাৰে প্ৰতিপন্ন কৰিছিল, তীক্ষ্ণ বুদ্ধিদীপ্ত, দূৰদৰ্শী, শিক্ষিত, অদম্য সাহসী আৰু দক্ষ ৰাজনীতিজ্ঞ, তেজস্বী বীৰ পুৰুষ যুৱৰাজ চ্যুকাফা দেৱে । সেই মহামণীষী জনাই সম্ভৱতঃ তদানীন্তন আহোম ৰাজ্যৰ স্বৰ্গদেউৰ অনুমতি সাপেক্ষে তথা উৎসুক জনতাৰ সমৰ্থন আৰু একাংশ লোকৰ প্ৰত্যক্ষ সহযোগিতাত ১২২৬ খৃঃৰ আঘোণ মাহৰ কোনোবা এটা শুভদিনত এক দুঃসাহসিক অভিযান আৰম্ভ কৰিছিল ম্যুং দুন চুনখাম প্ৰাপ্তিৰ লক্ষ্যৰে। প্ৰায় এঘাৰ হেজাৰ কিঃমিঃ দুৰ্গম, পাহাৰীয়া পথ আৰু বহু খৰস্ৰোতা নদী অতিক্ৰম কৰি সম্পূৰ্ণ দুটা বছৰৰ মূৰত ১২২৮ খৃঃৰ আঘোণ মাহৰ কোনো এটা শুভ দিনত উপস্থিত হৈছিল, প্ৰাচীন কামৰূপ ৰাজ্যৰ প্ৰাচুৰ্য্যময় সৌমাৰপীঠ অঞ্চলত। য'ত উপস্থিত হৈ তেওঁ বাস্তৱত উপলব্ধি কৰিছিল ম্যুং দুন চুনখামৰ তাত্ত্বিক বাস্তৱতা (Metaphysical reality) তেওঁ আৱিষ্কাৰ কৰিছিল পূৰ্বপুৰুষৰ বহু আকাংক্ষিত কল্পনাৰ স্বৰ্গ। এইয়াই সত্য আৰু শুদ্ধ বুৰঞ্জী বুলি আমি ভাবো। যিহেতু এটা সুশৃংখল জাতিৰ ক্ষেত্ৰত এনেকৈ ভবাৰ যথেষ্ট থল আছে।

আহোম সকল প্ৰকৃততে উন্নত জীৱন যাত্ৰা প্ৰণলীবদ্ধ এক সু-সভ্য সাহসী জাতি। নহলে সুদুৰ শ্যাম দেশৰ পৰা নিজৰ বৰ্ণীল ইতিহাস বুকুত বান্ধি বাটকুৰিবায় আহিও অবিচলিতভাৱে থাকি পৰৱৰ্তী ছশ বছৰীয়া আহোম ৰাজত্বৰ স্বৰ্ণিল ইতিহাস গঢ়িব নোৱাৰিলেহেঁতেন। তথাকথিত "আহোম ভেলেঙা" বা আহোমৰ "তলে পুতল" নহয়। আহোম এক সহানুভূতিশীল পৰোপকাৰী জাতি। প্ৰাচীন কামৰূপ ৰাজ্যৰ তেতিয়াৰ ভূমিপুত্ৰ মংগোলীয় জনগোষ্ঠীৰ লোক (কছাৰী) সকলৰ কাৰণে নবাগত আহোম সকল অপ্ৰত্যাশিত আছিল যদিও তেওঁলোকে কেতিয়াও আহোমসকলক অনাধিকাৰ প্ৰৱেশ কৰা বুলি আঙুলি টোঁৱাই কথা ক'ব পৰা নাছিল। তাৰ পৰিবৰ্ত্তে তেওঁলোকৰ মনত স্বৰ্গদেউ প্ৰমুখ্যে বুঢ়াগোহাঁই, বৰগোহাঁই আদি ডা-ডাঙৰীয়া সকলৰ ব্যক্তিত্ব দেখি সম্ভ্ৰমতাহে জাগিছিল। সেয়ে হ্বলা আহোম স্বৰ্গদেৱে অলপো ৰক্তক্ষৰণ নোহোৱাকৈয়ে কেৱল মানুহৰ মন জয় কৰি চমকপ্ৰদভাৱে ৰাজ্য গঠন আৰু প্ৰজা আশ্বস্ত হ'ব পৰাকৈ শাসন ব্যৱস্থা কৰিব পাৰিছিল আৰু এটা সময়ত প্ৰতীকী ৰূপে সাত ৰাজ মাৰি এক ৰাজ কৰি বৃহত্তৰ অসমীয়া জাতি গঠনৰ পথ মুকলি কৰিছিল। কিন্তু অতি পৰিতাপৰ বিষয় যে সময়ৰ পাকচক্ৰত পৰি উক্ত জাতিটোতে বিশেষকৈ সম্ভ্ৰান্ত লোকসকলৰ মাজত কিছুমান সামন্তবাদী চিন্তা চৰ্চাই গা কৰি নুঠা হেঁতেন বা ভাতৃদ্ৰোহী, মিত্ৰদ্ৰোহী,জ্ঞাতিসিংসুক আৰু স্বাভিমানেৰে আক্ৰান্ত হৈ ডাইনছৰ্ৰৰ দৰে নিজে নিজক বিধ্বস্ত নকৰা হ'লে কিজানি আজিও বৰ্ত্তি থাকিলহেতেঁন আহোম ৰাজত্বৰ সেই সোণালী সুদিনবোৰ।

যি কি নহওক, সুদূৰ মাওলুঙৰ পৰা ম্যুং দুন চুনখাম প্ৰাপ্তি লক্ষ্যৰে এক দুঃসাহসিক অভিযানৰ সফল সামৰণি মাৰিব পৰাতো অকলে চ্যাওলুং চ্যুকাফাৰ পক্ষে সম্ভৱ নিশ্চয় নাছিল। বিশ্বাসী, নিৰ্ভৰশীল, নিষ্ঠাবান কৰ্মীৰ( Best Team Work) অবিহনে কিছুমান কামত সাফল্যমণ্ডিত হ'ব পৰা নাযায়। স্বৰ্গদেউ চ্যাওলুং চ্যুকাফাই অভিযান কালত পুনৰ উভতি নোযোৱাৰ মানসেৰে লগত লৈ আহিছিল বিচক্ষণ পৰামৰ্শদাতা বুঢ়াগোহাঁই,দক্ষ সেনা পৰিচালক বৰগোহাঁই, তাও ধৰ্মৰ ধ্বজাবাহক মহন, খেকলাই পূজাবিধিৰে চোম চেং পূজা সম্পন্ন কৰিবৰ বাবে দেওধাই ফুকন,খেন ফুৰালুং প্ৰথাৰ ব্যৱস্থা আৰু পৰিচালনা আৰু বানচেং (মণ্ডল) চাবৰ কাৰণে বাইলুং আৰু নিজৰ পৰিচৰ্য্যা তথা তেওঁৰ বাহন হাতীৰ পৰিচালনা আৰু ব্যক্তিগত নিৰাপত্তা লগতে খোৱা বোৱা তদাৰকৰ বাবে লুখুৰাখন ফুকন। মাওলুঙৰ পৰা স্বৰ্গদেউ সহিতে এই বিশেষ সাতোটি পৰিয়ালৰ উপৰিও চাৰি হেজাৰ তাই আহোমৰ পৰিয়াল, চাৰিশ মান পাকৈত সৈনিক,চল্লিছ জন বচা বচা গা ৰখীয়া সৈনিক আৰু খাংখুমন নামৰ লেংদন প্ৰদত্ত বগা হাতীটোৰ শেষ বংশধৰ (এটা ঈষৎ বগা ৰঙৰ দঁতাল হাতী) আৰু টিপকত নামৰ এজনী মাখুন্দী।

আহোমসকলে বংশ পৰম্পৰা ৰক্ষা কৰি চলিবলৈ ভালপায়। সেয়ে তেওঁলোকৰ সম্বন্ধত ডাঙৰ জন বা ডাঙৰ পৰিয়ালে আগস্থান পায়,লাগিলে সেই জন বয়সত সৰুৱেই হওক। বিশেষকৈ মহিলা সকলে ডাঙৰ জন বা বৰজনাৰ আগত ওৰণি-বাৰণি লৈ সম্ভ্ৰমতা দেখুৱাতো আহোম সমাজত এক বিশেষ পৰম্পৰা হিচাপে প্ৰচলিত হৈ আহিছে। আহোম ৰাজবংশৰ বাজৰুৱাল কোঁৱৰ আৰু ভিতৰুৱাল কোঁৱৰ, বৰ ৰজা ফুলেশ্বৰীৰ দিনত এই পৰম্পৰা ৰক্ষাৰ কাৰণে সৃষ্টি হৈছিল বুলি প্ৰবাদ আছে। শুনামতে স্বৰ্গদেউ শিৱসিংহৰ পৰিয়ালতকৈ কোনটো পৰিয়াল ডাঙৰ হ'ব আৰু কোনটো পৰিয়াল সৰু তাক চিনাক্ত কৰিবলৈ ফুলেশ্বৰী কুঁৱৰীয়ে এখন সভা অনুষ্ঠিত কৰি কোঁৱৰ সকলক তালৈ আমন্ত্ৰণ জনাইছিল। তেওঁ উক্ত সভামণ্ডপত বাজ আৰু ভিতৰ বুলি দুটা ভাগ কৰি ভিতৰলৈ সোমোৱা পথত এখন ৰিহা আঁৰি দিয়াইছিল হেনো। যি সকলে ৰিহাৰ তলেৰে ভিতৰৰ ফালে যাবলৈ সংকোচ কৰা নাছিল তেখেত সকলকেই ভিতৰুৱাল কোঁৱৰ অৰ্থাৎ স্বৰ্গদেউ শিৱসিংহতকৈ বংশত সৰু আৰু বাহিৰত ৰৈ যোৱা সকলেই বাজৰুৱাল কোঁৱৰ অৰ্থাৎ বংশত ডাঙৰ বুলি গণ্য কৰা হ'ল। আহোম সকলে নিজৰ বংশৰ আঁতডাল ধৰি ৰখাৰ আন এটা কাৰণ হ'ল যে পিতৃ বংশৰ ন পুৰুষ আৰু মাতৃ বংশৰ ন পুৰুষলৈকে তেজৰ সম্বন্ধ থকা ভাতৃ ভগ্নীৰ মাজত যাতে কোনো কাৰণতে বৈবাহিক সম্বন্ধ ঘটিব নোৱাৰে আৰু ভুলতে তেনে পৰিস্থিতি হ'লেও চকলং প্ৰথামতে মলুঙে কন্যা আৰু দৰা পক্ষৰ ন পুৰুষৰ তেজৰ সম্বন্ধ মিলিলে সেই বিবাহ সংঘটিত হ'বলৈ দিয়াৰ নিয়ম নাই।

তেনেবিলাক কাৰণতে সংৰক্ষণশীল মনোভাৱাপন্ন আহোম স্বৰ্গদেউ সকলে চ্যুকাফাৰ লগত অহা বিশেষ পৰিয়াল সাতোটাকে সামৰি লৈ সাতঘৰীয়া আহোম হিচাপে স্বীকৃতি দিছিল যাতে পৰৱৰ্ত্তী সময়ত লুকুমাই আহোমে প্ৰকৃত আহোমৰ পৰিচয়ত ব্যাঘাত নজন্মায়। কিন্তু পিছৰ সময়ছোৱাত কিছুমান হিংসুক, চকু-চৰহা ক্ষমতালিপ্সু উচ্চ পদবীধাৰী লোকৰ প্ৰৰোচনাত পৰি সাতঘৰীয়া আহোমৰ পৰা লুখুৰাখন ফুকনক লিগিৰা বুলি আঁতৰাই সন্দিকৈ আৰু কেতিয়াবা লাহনকে টনা-আঁজোৰা কৰি থকা কথা বুৰঞ্জীত উল্লেখ পোৱা যায়। অসমত আহোম ৰাজত্বৰ মাজৰ সময়খিনিৰ পৰা আৰম্ভ কৰি বিশেষকৈ ডা-ডাঙৰীয়া সকলৰ মাজত উচ্চ-নীচ্ ভেদ-ভাৱ বিলাকে কাৰ্যত লিগিৰা আৰু পাইক প্ৰথাৰ আওতাত পৰা সকলক এক প্ৰকাৰৰ দাসত্বৰ পৰ্যায়লৈকে লৈ গৈছিল। তাৰ মাজতে যদি কোনোবা স্বাভিমানী পাইক বা লিগিৰাই নিজৰ অধ্যৱসায়ৰ (Perseverance) জৰিয়তে উচ্চস্থান লাভ কৰে বা ৰাজপ্ৰিয় হয় সেই কথা নিজকে উচ্চ বুলি ভবা শ্ৰেণীটোৱে মানি লবলৈ টান পাইছিল। উদাহৰণস্বৰূপে গেন্ধেলা নামৰ পাইক এজনে নিজৰ যোগ্যতা অনুযায়ী এদিন বৰবৰুৱা পদবী পাই কীৰ্ত্তিচন্দ্ৰ নাম ললে, তাতে কোনোবা নুমলী কোঁৱৰে

'চকৰী-ফেঁটী' বুলি বুৰঞ্জী এখন লিখি কীৰ্ত্তিচন্দ্ৰক জলমবটা সজালে আৰু শুকতি মোমাই এদিন তামুলী বৰবৰুৱা পদত অধিষ্ঠিত হ'লত, লুখুৰাখনৰ ল'ৰাই টেটোনাঙ্গী কৰিহে এই পদবী পাইছিল বুলি আজিও ব্যঙ্গ কৰে। তেওঁৰে পুতেক লাচিতে নিজৰ কৰ্মদক্ষতাৰে বৰফুকনৰ পদবী পাই এদিন ৰাজ্যৰ মুল সেনাপতি হ'ল আৰু মোগলক পৰাস্ত কৰি ৰাজ্যখনৰ সুৰক্ষা নিশ্চিত কৰিছিল। তৎসত্ত্বেও লুখুৰাখনীয়া হোৱাৰ কাৰণত চাগে তেওঁৰ মৃত্যুৰ পিছত মৈদামটোও সংৰক্ষণ কৰা নহ'ল; তেনেদৰে লুকু ডেকা ফুকনে শৰীৰত শেষবিন্দু তেজ থকালৈকে স্বৰ্গদেউৰ সাতখলপীয়া ৰাজসিংহাসনৰ মৰ্যাদা ৰক্ষা কৰিবলৈ যাওঁতে, দেশদ্ৰোহী ৰুচিনাথ বুঢ়াগোহাঁইৰ পৰা "নীচ" লুখুৰাখন বুলিহে সম্বোধন পাইছিল, ই অতি পৰিতাপৰ কথা নহয়নে বাৰু? সেয়ে আমিও মত সাপেক্ষে এই খিনিতে উল্লেখ নকৰি নোৱাৰিলো যে এদিন বৃটিছ সিংহই অধিকাৰ কৰি সময়ত ধনী,মানীৰ অহংকাৰ নাশি সকলোকে একাকাৰ নকৰা হ'লে বা পৰৱৰ্ত্তী পৰ্যায়ত ভাৰতীয় গণতন্ত্ৰত অসম চামিল নোহোৱা হ'লে কিজানি অসমত দাস প্ৰথাইও এক নজিৰ বিহীন ইতিহাস ৰচিলে হেঁতেন। তেনে প্ৰেক্ষাপটতে আমি শুনিবলৈ পাইছিলো চীনৰ ৰাজ বংশীয় ক্যিং সকলে ম্যিং বংশৰ সুৰক্ষাৰ কাৰণে বা অতীতৰ সাম্ৰাজ্য লাভৰ কলঙ্ক ঢাকিবলৈকে তাই জাতিৰ বুৰঞ্জীকে পুৰি শেষ কৰিছিল। ঠিক তেনেদৰে আমাৰ বৰবৰুৱা কীৰ্ত্তি চন্দ্ৰইও গা নিলিখি ছাঁ লিখাৰ দৰে ব্যঙ্গাত্মক কথাত ক্ষুব্ধ হৈ এবাৰ বুৰঞ্জীকে দাহ কৰিলে। হ'লেও এনে অকাৰ্য্য কৰা বাবে কীৰ্ত্তিচন্দ্ৰ গৰিহণাৰ হে যোগ্য।

লুখুৰাখন মানে তাই ভাষাৰ অৰ্থ নিকট আত্মীয় , ফু মানে হৈছে গৰাকী, কেন্ মানে মহাপুৰুষ আৰু কন মানে কঠিয়া অৰ্থাৎ ভাল সঁচৰ লোক; এক অৰ্থত ত্যাগী নিষ্ঠাবান আৰু বিশ্বাসী ভদ্ৰলোক। যিহেতু আমাৰ বুঢ়া দেউতাহঁতে কোৱামতে আহোম স্বৰ্গদেউ সকলে লুখুৰাখনৰ ব্যতিৰেক কাকো গভীৰ বিশ্বাসত লোৱা নাছিল। স্বৰ্গদেউ সকলে সততে লুখুৰাখনকহে সাঁজ খাবলৈ মাতিছিল (সেইদেখি বহুত সুবিধা ভোগীয়ে লুখুৰাখনৰ খেলত সোমাইছিল)। মুঠৰ ওপৰত খাওঁতে শুওঁতে উঠোতে বহোঁতে ঠিক আজিকালি জেদ কেটেগৰিৰ (ব্লেক-কেট) কামাণ্ডোৰ দৰে স্বৰ্গদেউ সকলক লুখুৰাখনে নিজৰ নিৰাপত্তা বেষ্টনীত ৰাখিছিল। আনহে নালাগে স্বৰ্গদেউ সকলে যিকোনো আসন বা ৰাজ সিংহাখনত বহিবলৈ লোৱাৰ সময়তো চাৰিজন লুখুৰাখনে চাৰিটা খুৰাত মজবুটকৈ ধৰি ৰাখিছিল। সেয়ে বোধ কৰো কোনোবা চকু-চৰহা ডাঙৰীয়াৰ প্ৰৰোচনামূলক কথাত প্ৰিয়পাত্ৰ লুখুৰাখনৰ পৰা চাৰিটা মান লুখুৰাখনীয়া লিগিৰা (কেৰেপ কটা) মৃত স্বৰ্গদেউ সকলৰ মৈদামত জীৱন্তে সোমোৱাই দিয়া নিয়ম কৰাইছিল। কিজানিবা স্বৰ্গদেৱে মৈদামৰ ভিতৰত পুনৰ জীৱন পালে; প্ৰথমে প্ৰিয় লুখুৰাখনক বিচাৰিব পাৰে বা স্বৰ্গদেৱে জীৱন নাপালেও উশাহ নাপাই

প্ৰাণ যোৰা কেইটাৰ আত্মাই স্বৰ্গদেউৰ আত্মাৰ সোঁৱে বাঁওৱে থাকিব পৰাকৈ?

বুৰঞ্জীত যি ভাবে উল্লেখ নাথাকক লাগিলে লুখুৰাখনীয়া বংশাৱলীৰ আঁতধৰি আমি এটা কথাত নিশ্চিত হ'ব পাৰিছোঁ যে প্ৰকৃতাৰ্থত লুখুৰাখন ফুকন হৈছে সাতঘৰীয়া আহোমৰ এঘৰ আৰু সেই ঘৰৰে অসম মুলুকৰ প্ৰথম বাটকটীয়া উপৰিপুৰুষ জন হ'ল ফম্ কিন্ ফু-কেন্ চাঙ্ ওৰফে ফিমা। (তাই ভাষাত চাঙ্ মানে হাতী)। ফিমা খাংখুমনৰ পৰিচালক (মাউত) আছিল। শুনামতে খাংখুমনক স্বৰ্গদেউ চ্যুকাফা আৰু ফিমাৰ বাহিৰে কোনোৱে বলাব পৰা নাছিল। ফিমা চ্যুকাফাৰ প্ৰায় সমবয়সীয়া, বন্ধু সদৃশ আছিল। মাওলুঙৰ পৰা প্ৰায় এঘাৰ হেজাৰ কিঃ মিঃ পথ অতিক্ৰম কৰি আহোঁতে মাজে মাজে হোৱা যুদ্ধসদৃশ পৰিবেশ বিলাকত আৰু বিপদসংকুল যাত্ৰাপথত ফিমাৰ সৈতে চ্যুকাফা দেৱৰ কিমান যে অন্তৰঙ্গ আলাপ হৈছিল তাক অনুমান কৰিব পৰা যায়। ফিমাৰ খাংখুমনৰ সৈতে যিমান মধুৰ সম্পৰ্ক আছিল স্বৰ্গদেউ চ্যুকাফাৰ সৈতেও আছিল। এই কথা কৰবাত উল্লেখ নাথাকিলেও ইয়াতে আমাৰ দ্বাৰা পুনৰ লিপিৱদ্ধ কৰি লুখুৰাখন ফুকনৰ ভৱিষ্যত প্ৰজন্মৰ ওচৰত তেওঁলোকৰ উপৰিপুৰুষ ফিমাকো ম্যুং দুন চুনখামৰ এজন বাটকটীয়া (মপ্লং) হিচাপে প্ৰতিষ্ঠিত কৰা হ'ল। উল্লেখযোগ্য যে, উক্ত ফিমাৰ লুখুৰাখন বংশতে মোমাই তামুলী বৰবৰুৱা, লাচিত বৰফুকন, বগাদমৰা বৰফুকন, লুকু ডেকা ফুকন আদি নিষ্ঠাবান লোকৰ জন্ম হৈছিল। দেখা গৈছে কোনো সুবিধা ভোগীয়ে মোমাই তামুলী বৰবৰুৱাক চুতীয়া ঘৰৰ ল'ৰা বুলি কৈ মহাবীৰ লাচিত বৰফুকনকো চুতীয়া সজাবলৈ যত্নপৰ হৈছে। আমি ভাবো সেয়া তেওঁলোকৰ ধৃষ্টতাৰ বাহিৰে অন্য একো নহয়। অৱশ্যে ড° লীলা গগৈ দেৱে তেওঁৰ মৃত্যুৰ কিছুদিনৰ আগতে জাঁজী সমীপৰ পানীতোলা গাঁৱৰ এজন লোকৰ ঘৰৰ পৰা এখন বুৰঞ্জী উদ্ধাৰ কৰিছিল । তেখেতে উক্ত বুৰঞ্জী খনৰ পৰা নে হিতেশ্বৰ বৰবৰুৱা দেৱৰ 'আহোমৰ দিন'ত উল্লেখ থকা তথ্যমতে; লাচিত বৰফুকন যে লুখুৰাখন বংশৰ সন্তান আছিল সেইকথা স্পষ্ট কৰি থৈ গৈছে। পাঠক সকলৰ জ্ঞাতাৰ্থে তাৰ এটা উদ্ধৃতি দিয়া হ'ল।*(ড° লীলা গগৈয়ে প্ৰকাশ নকৰাকৈ এৰি থোৱা- আহোমৰ দিনৰ ৫ টা বহীৰ ৪ নং বহীটো ১৯৯৯ চনত ড° অৰুণ চন্দ্ৰ ভূঞাই সম্পাদনা কৰি " আহোমৰ দিন - সমকালীন সামাজিক ইতিবিত্ত" শিৰোনামাৰে প্ৰকাশ কৰোৱায়। শেষোক্ত গ্ৰন্থ খনৰ লাচিতৰ তথ্য প্ৰথম খনৰ বিপৰীত ঃ "আগৰ আৰু অসমীয়াৰ গৌৰৱৰ ধন"আৰু অসমৰ অদ্বিতীয় সেনাপতি লাচিত বৰফুকন এই বংশতে (লুখুৰাখন) জন্ম গ্ৰহণ কৰে। তেওঁ মোমাই তামুলী বৰবৰুৱাৰ তৃতীয় সন্তান (পৃষ্ঠা ৯৮ ) / (চ্যুকাফা নায়ক নে খলনায়ক লক্ষ্মীনাথ তামুলী,পৃষ্ঠা ৬৬ সাতসৰী মে' ২০১৪)।*

**ফিমাৰ বংশলতা ঃ** অসম মোলোকৰ লুখুৰাখন বংশই উপৰিপুৰুষ হিচাপে ফিমা কে পৰিচয় দি আহিছে। আহোম ৰাজত্বৰ ছশ বছৰীয়া ইতিহাসত ক'তো লুখুৰাখনৰ

বংশাবলী পতাৰ কথা উল্লেখ নাই, যদিও পূৰ্ব্বপুৰুষ সকলে তেওঁলোকৰ মুখে মুখে বংশলতাৰ আঁত ডাল ধৰি ৰাখিবলৈ সক্ষম হৈছিল। যিহেতু বহতীয়া খাটি আহোমৰ উপাধি লোৱা লুকুমাই আহোম সকলে প্ৰকৃত আহোম সকলৰ লগত তেজে মঙহে মিলিবলৈ ধৰাত আচল সাতঘৰীয়া আহোমৰ লুখুৰাখন কোন আৰু কালুঙ্গৰড়া বৰাহীৰ "কেৰেপকটা" লুখুৰাখন(যি সকলে মৈদামলৈ ৰজাৰ ৰুঙ্গ-দাঙ্গ কঢ়িয়াই নিব লাগে) কোন সময়ত চিনিবলৈ টান হৈ পৰিব পাৰে। কিন্তু দুৰ্ভাগ্য বশতঃ নিজৰ হীনমান্যতাৰ কাৰণেই হওক বা মাজৰ সময়খিনিত উপযুক্ত সংৰক্ষণৰ অভাবত বংশৰ আঁতডাল হেৰাই যোৱাৰ উপক্ৰম হৈছিল। অনুমানিক ১৯১৮ চন মানত শিৱসাগৰ জিলাৰ কোঁৱৰ পুৰত এখনি লুখুৰাখনৰ বংশাৱলী হৈছিল। উক্ত বংশাৱলীলৈ আমাৰ ককা মানে বুঢ়াদেউতা সভাৰাম লিগিৰা, দেৱেও আমন্ত্ৰণ পাইছিল। উক্ত সভাত উপস্থিত হৈ আমাৰ বুঢ়াদেউতাই নিৰ্দিষ্ট স্থানত শাৰী শাৰীকৈ পাতি থোৱা মেৰঢাৰীত নবহি পিছৰ শাৰীত থকা পাটিঢাৰীত বহিছিল। তেতিয়াৰ দিনত সভাই সমিতিয়ে মেৰঢাৰীত বংশ মৰ্যাদাসম্পন্ন ব্যক্তিকহে বহিবলৈ দিয়া নিয়ম আছিল হেনো। তেতিয়া তাকে দেখি এজন বয়োজ্যেষ্ঠ লোকে সভাৰ আৰম্ভণিতে ডাঙৰ ডাঙৰকৈ ঘোষণা কৰিছিল বোলে বামুণ পুখুৰীৰ লুখুৰাখনৰ পৰা অহা সোনাই মেধিৰ পুতেক সভাৰাম লিগিৰা স্বৰ্গদেউ যোগেশ্বৰ সিংহৰ দিনৰ বগা দমৰা বৰফুকনৰহে পৰিনাতি। পূৰ্বতে তেওঁলোকৰ ঘৰবগীদৌলত আছিল। বামুণ পুখুৰীলৈ উঠি যোৱা কেইবা পুৰুষমান হ'ল, এতেকে তেখেত সভাস্থলীত পাটি ঢাৰীৰ পৰিৱৰ্ত্তে মেৰঢাৰীত বহিবৰহে যোগ্য। সেই ঘোষণাৰ পিছতে বংশাৱলীৰ কৰ্মকৰ্তা সকলে আমাৰ বুঢ়াদেউতাক উঠাই নি মেৰঢাৰীত বহুৱাইছিল। আৰু সেইদিনাই ফিমাৰ বংশ লতাৰ আঁত ডাল খণ্ডা-ছিঙাকে হ'লেও বিচাৰি পোৱা গৈছিল। উক্ত বংশাৱলীলৈ বগীদল, পাণবেচা, চেলেংহাট আদি ঠাইৰপৰা লুখুৰাখনীয়া পৰিয়ালৰ মুৰব্বী লোক সকল আহিছিল। উক্ত ঘটনাৰ সাক্ষী আছিল আমাৰ অন্য এজন বুঢ়াদেউতা তেখেতৰ নাম আছিল পলোৰাম লিগিৰা। পিছত পলোৰাম দেৱে ঘৰলৈ আহি আমাৰ বংশৰ সকলোৰে লিগিৰা উপাধি কাটি ফুকন উপাধি কৰোৱালে। উল্লেখযোগ্য যে, পলোৰাম ফুকন বৰ্ত্তমান কৃষক মুক্তি সংগ্ৰাম সমিতিৰ সভাপতি অখিল গগৈৰ মাকৰ পোঠা দেউতাক। বাৰু যি কি নহওক, হেৰুৱা বংশলতা ডালত মোৰ স্বৰ্গগামী পিতৃদেৱতা ৰামেশ্বৰ ফুকন আৰু দদাইদেউ গোবিন ফুকনদেৱে কৈ যোৱা মতে আমিও যোৱা লগাবলৈ প্ৰয়াস কৰি লুখুৰাখনীয়া ফিমা বংশৰ আঁতিগুৰি প্ৰকাশ কৰিবলৈ উলাইছো। কোনোবা খিনিত অজ্ঞাত কাৰণত ভুল হলে মোৰ উপৰিপুৰুষ পুলিন, পোথাও সকলে অপৰাধ মাৰ্জনা কৰে যেন। আৰু কোনোৱে যদি শুদ্ধ তথ্যৰে আৰু গঠনমূলক পৰামৰ্শৰে আমাৰ ভুলখিনি আঙুলিয়াই দিয়ে তাৰ বাবে কৃতাৰ্থ হ'ম। লগতে আমাৰ পৰিয়াল বৰ্গ আৰু বংশৰ ভৱিষ্যৎ প্ৰজন্মই এই বংশাৱলী স্বীকাৰ কৰি লৈ উপযুক্ত ভাৱে সংৰক্ষণ কৰিব বুলি আশা ৰাখিলো।

## ফম্‌কিন্ ফু-কেন চাঙ্ ওৰফে ফিমা

প্ৰায় ৮/৯ পুৰুষলৈকে নাম অজ্ঞাত

শুকতি (মোমাই তামুলী বৰবৰুৱা)




প্ৰায় ২/৩ পুৰুষলৈকে নাম অজ্ঞাত

বাপুৰাম (বগা দমৰা বৰফুকন)

মণিবৰ — সোণাবৰ

(মণিবৰ) লক্ষীকান্ত — লুকু

(লক্ষীকান্ত) ৰূপৰাম লিগিৰা

সৰুৰাম লিগিৰা — নাম অজ্ঞাত

শুকুতি লিগিৰা — নাম অজ্ঞাত

বিষ্ণু মেধি (শ্ৰী শ্ৰী আউনিআটীৰ সত্ৰৰ উপাধি/ পদবী) — নাম অজ্ঞাত

নাম অজ্ঞাত

পলোৰাম ফুকন — দুতিৰাম ফুকন

(বিষ্ণু মেধি) সোনাই মেধি (লেঙেৰা) — চুনাই মেধি






আমি ইয়াতে কিছুমান কথা সণ্ঢালনিঁকৈ জনাব বিচাৰিছোঁ যে স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনৰ পৰাই ফম্‌কিন্ ফু-কেন চাঙ্ ওৰফে ফিমাৰ লুখুৰাখন বংশই আউনীআটী সত্ৰৰ লগত জড়িত হৈ পৰিছিল। জনশ্ৰুতি মতে গদাধৰ সিংহৰ ৰাজত্ব কালত এবাৰ বৰআই নামে এক বসন্ত ৰোগে মহামাৰীৰ ৰূপ লৈছিল। উক্ত মহামাৰীতে স্বৰ্গদেউ গদাধৰ সিংহৰো মৃত্যু হৈছিল বুলি বুৰঞ্জীয়ে কয়। দেশত হঠাতে হোৱা অপায়-অমঙ্গলবোৰ দূৰ কৰিবলৈ আৰু ইয়াৰ প্ৰকৃত কাৰণ বিচাৰি ৰাজমাওৱে বাইলুঙৰ(মঙলতী) ওচৰত চোৱাচিতা কৰাত গম পাইছিল বোলে ভকতৰ দোষতহে দেশত এনেধৰণৰ মাৰি-মৰক হৈছে। জনশ্ৰুতি মতে, ল'ৰা ৰজাৰ চোৰাংচোৱাই বিচাৰি ফুৰা সময়তে এদিন গদাধৰ সিংহ গধূলি সময়ত গড়মুৰ সত্ৰত উপস্থিত হৈ তাতে ৰাতিটো বঞ্চিবৰ বাবে চিন্তা কৰিছিল, কিন্তু ৰাতি আহাৰ গ্ৰহণ কৰোঁতে তেখেতে যেতিয়া অকলেই ত্ৰিশ জন ভকতৰ কাৰণে ৰন্ধা সিধামুঠি খাই শেষ কৰিলে তেতিয়া তদানীন্তন গড়মুৰ সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু বংশী গোপাল দেৱে তেখেতক লাঙি গদাপাণি বুলি চিনি পাইছিল আৰু ল'ৰাৰজাৰ ভয়ত ততাতৈয়াকৈ তাৰ

পৰা বিদায় দিছিল, সেইকথাত গদাপাণি ক্ষুব্ধ হৈ ,পৰবৰ্ত্তী সময়ত বন্দৰ বৰফুকনৰ সহযোগত ৰাজ্যলাভ কৰি সিংহাসন আৰোহণ কৰিয়েই তেওঁ কিছুমান কথাৰ পোতক তুলিবলৈ গৈ গড়মূৰ সত্ৰতো সৈন্য-বাহিনী পঠাই ভকতসকলৰ ওপৰত অত্যাচাৰ চলাইছিল(বুৰঞ্জীত উল্লেখ থকা মতে স্বৰ্গদেউ গদাধৰ সিংহ ভালত ভাল আৰু বেয়াত আছিল 'যম-কাল')। পিছত সেই কথা জানিব পাৰি ৰাজমাওৰে ভকতৰ দুখ গুচাবলৈ বুলি লাই আৰু লেচাই দুই নাতিক লগত লৈ গড়মূৰ সত্ৰলৈ আহিছিল। (তেতিয়া ব্ৰহ্মপুত্ৰ বৰ্তমানৰ লোহিত সুঁতিয়েদিহে বৈছিল আৰু গড়মুৰ সত্ৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণে অৱস্থিত আছিল। লাহদৈ গড়ৰ মূৰত থকা কাৰণে মানুহে সত্ৰখনৰ নাম গড়মূৰ বুলিছিল)। সত্ৰলৈ আহি ৰাজমাওৰে গম পাইছিল যে কিবা দুষত দণ্ড পোৱাৰ ভয়ত, সত্ৰাধিকাৰ বংশীগোপাল দেৱে নিৰঞ্জন ভাগৱতী নামৰ এজন শাস্ত্ৰজ্ঞ পণ্ডিতক সত্ৰৰ ভাৰ দি কৰ'বালৈ আঁতৰি গ'ল। ৰাজমাওৰেও বংশীগোপাল দেৱৰ ওচৰত লাই আৰু লেচাই কোঁৱৰক শৰণ নিদিয়াকৈ গড়মূৰৰ পৰা উভতি নোযোৱাৰ মানসেৰে উক্ত স্থানতে অস্থায়ী বাহৰ পাতি থাকিবলৈ লয়। সিফালে আহোম ৰাজ্যৰ ডা-ডাঙৰীয়া সকলে দেশ অৰাজক হোৱাৰ ভয়ত ততাতৈয়াকৈ উক্ত ঠাইতে গদাধৰ সিংহৰ বৰপুত্ৰ লাই কোঁৱৰক ৰজা ঘোষণা কৰে আৰু সেইবাবে আজিও সেই ঠাইৰ নাম ৰাজবাৰী নামে জনা যায়। কিছু দিনলৈকে বংশীগোপাল দেৱ সত্ৰলৈ ঘূৰি নহাত উপায় নাপাই ৰাজমাওৰে ভাৰপ্ৰাপ্ত সত্ৰাধিকাৰ নিৰঞ্জন ভাগৱতী দেৱৰ ওচৰতে লাই আৰু লেচাই কোঁৱৰক শৰণ দিয়ালে। গড়মূৰ সত্ৰত শৰণ লোৱাত পিছত লাই কোঁৱৰে শিঙৰি ঘৰত উঠি স্বৰ্গদেউ ৰুদ্ৰসিংহ নাম ল'লে আৰু পৰৱৰ্ত্তী সময়ত যেতিয়া বংশী গোপাল দেৱ গড়মূৰলৈ ঘূৰি আহে তেতিয়া স্বৰ্গদেউ ৰুদ্ৰসিংহই আউনী পাণৰ লতাৰে আগুৰি থকা ব্ৰহ্মপুত্ৰ পাৰৰ এখন ঠাইত আউনীআটী নামেৰে সত্ৰ স্থাপন কৰি নিৰঞ্জন ভাগৱতী দেৱক তাৰে সত্ৰাধিকাৰ পাতে। এতেকে নিৰঞ্জন ভাগৱতী দেৱেই হ'ল শ্ৰী শ্ৰী আউনীআটী সত্ৰৰ প্ৰথমজন সত্ৰাধিকাৰ। উক্ত সত্ৰখনে তেতিয়াৰ পৰাই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ গুৰুৱে দেখুৱাই যোৱা এক শৰণ ভাগৱতী ধৰ্মৰ "ব্ৰহ্মা-সংহতি" ভাগটিৰ প্ৰচাৰ আৰু প্ৰসাৰ ঘটাই আহিছে। জনশ্ৰুতি মতে, উক্ত সত্ৰতে স্বৰ্গদেউ ৰুদ্ৰসিংহই যিটো নামঘৰ প্ৰতিষ্ঠা কৰিছিল তাৰে 'মূল' খুঁটা অৰ্থাৎ যিটো খুঁটাত সত্ৰাধিকাৰ প্ৰভু আঁউজি বহিব পাৰিব সেই খুঁটাটো তেওঁৰেই নামত 'লাই খুঁটা' হিচাপে অভিহিত কৰি তাত সোণপাত মেৰিয়াই ওপৰত এটা গজমুক্তা নামৰ মণি খঁচিত কৰি দিছিল। মানৱ আক্ৰমণৰ সময়ত সোণৰপাত আৰু গজমুক্তা নোহোৱা হ'ল বুলি বিশিষ্ট সমাজকৰ্ম্মী তথা লক্ষীমপুৰ কলেজিয়েট হাইস্কুলৰ প্ৰাক্তন প্ৰধান শিক্ষক বিনন্দ চন্দ্ৰ বৰগোহাঁই দেৱেলেখকক জানিবলৈ দিয়ে। আনহাতে শ্ৰী শ্ৰী দক্ষিণপাট সত্ৰতো বৰ্তমান নামঘৰৰ লাইখুঁটাৰ বিপৰীত দিশত (দক্ষিণ) থকা 'থুল' খুঁটাটোৰ নাম "বৰগোহাঁই খুঁটা" নামেৰে জনা যায়। এতেকে নামঘৰৰ 'লাইখুঁটা'ৰ নামটো আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহ ওৰফে লাই কোঁৱৰৰ নামেৰেই নামকৰণ হোৱা বুলি আমাৰো মনে ধৰে।

আমাৰ পূৰ্ব্বপুৰুষ সকলেও ৰজাৰ ধৰ্মই প্ৰজাৰ ধৰ্ম বুলি মানি লৈ স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনৰ পৰাই পূৰ্বৰ পয় ফুৰালুং প্ৰথা এৰি শ্ৰী শ্ৰী আউনীআটী সত্ৰৰ সেৱক হৈছিল আৰু সত্ৰৰ তৰফৰ পৰা মেধি বাব পাই গৌৰান্বিত হৈছিল। এই কথা শ্ৰী শ্ৰী আউনীআটী সত্ৰৰ সংগৃহীত তথ্যৰ পৰা গম পোৱা হৈছিল আৰু উক্ত তথ্যৰ পৰাই আমাৰ ফিমা লুখুৰাখন বংশৰ ন-পুৰুষ উদ্ধাৰ কৰিব পৰা হৈছে। ***

# গ্ৰাম্য সংঘ আৰু ভূমিকা

আধুনিকসমাজ সচেতন কিছুমান লোকৰ প্ৰচেষ্টাত গাওঁ তথা গ্ৰাম্যাঞ্চলত গঢ় লৈ উঠা একোখন ঐক্যবদ্ধ সমাজ বা সমিতিকে এক কথাত গ্ৰাম্য সংঘ বুলি কোৱা হয়। এই ক্ষেত্ৰত গাওঁ সমূহত থকা নামঘৰ বা অন্য ধৰ্ম্মীয় অনুষ্ঠান বিলাককো গ্ৰাম্য সংঘৰ আওতাত ল'ব পাৰি। যিহেতু আধুনিক সংঘ সমূহে শ্ৰীমন্ত শঙ্কৰদেৱে দেখুৱাই যোৱা নামঘৰ আৰু ঐক্যবদ্ধ ভক্ত সমাজৰ আৰ্হিকে একপ্ৰকাৰ অনুকৰণ কৰিছে, তেনেক্ষেত্ৰত শ্ৰীমন্ত শঙ্কৰদেৱকে গ্ৰাম্য সংঘ আৰ্হিৰ এজন বাটকটীয়া ৰূপে অভিহিত কৰিব পাৰি।

আজিৰ বিবৰ্তিত সমাজ ব্যৱস্থাত গ্ৰাম্য সংঘ সমূহৰ বহুত কৰণীয় আছে। সেয়ে সংঘ সমূহে ঐক্যবদ্ধ প্ৰচেষ্টাৰে নিজৰ ভূমিকা পালন কৰিব লাগিব। আৰু এনে ঐকান্তিক মনোভাবেৰে কৰ্ম্ম কৰিলেহে সমাজৰ আমূল পৰিৱৰ্ত্তন সাধন কৰাতো সম্ভৱ হ'ব। প্ৰতিটো সংঘই নিজৰ নিজৰ পৰিসীমাৰ ভিতৰত পৰা সমাজখন সু-সংগঠিত কৰি শৃংখলাবদ্ধ ৰূপ এটা দিবলৈ বেছি সময়ৰ প্ৰয়োজন নহ'ব চাগে, যিহেতু সমাজৰ প্ৰতিজন সদস্যক বিধিসন্মত সতৰ্কীকৰণ বা বাধ্য-বাধকতা আৰোপ কৰি আৰু সাংবিধানিক দায়বদ্ধতাত জড়িত কৰিব পাৰিলেই সৰ্বসন্মত সিদ্ধান্তত উপনীত হ'ব পৰা যাব। তাকে সফলভাবে ৰূপায়ন কৰিবলৈ গুৰি ধৰোঁতা সকলৰ সচেতনতা (Awareness) আৰু গুণগত নেতৃত্বৰ (quality leadership) প্ৰয়োজন হ'ব।

"Adding many minds make a fair mind" and a fair mind can give answer to a difficult question. কাজেই, আমাৰ গ্ৰাম্য সংঘ সমূহকো একো একোটা fair mind বুলি অভিহিত কৰিব পাৰি ।

"Time and tide wait for none" কবিৰ ভাষাৰে "পল পল দণ্ড কৰি সময় গৈছে উৰি পাখি লগা কাঁড়ৰ নিচিনা অবিৰাম, বহু দূৰ আছে গতি সময় তাকৰ অতি কৰিবলগীয়া আমাৰ আছে বহু কাম"। সেয়ে সময় থাকোতেই আমাৰ সমাজ ব্যৱস্থাক সঠিক দিশত আগবঢ়াই নিয়াৰ ক্ষেত্ৰত গ্ৰাম্য সংঘ সমূহৰ ভূমিকা অপৰিসীম।

এইখিনিতে গ্ৰাম্য সংঘ সমূহৰ কৰণীয় কেইটমান দিশৰ ওপৰত আলোকপাত কৰিবলৈ বিচৰা হৈছে। দিশ কেইটা হ'ল

* সমাজত শিক্ষাৰ সজাগতা অনা
* স্বাস্থ্যৰ প্ৰতি সজাগতা
* মাদক দ্ৰব্যৰ বিৰুদ্ধে সজাগতা।

* প্ৰাকৃতিক পৰিবেশ ৰক্ষাৰ সজাগতা।
* ধৰ্ম্মীয় সজাগতা।
* সাংস্কৃতিক সজাগতা।
* সামাজিক পৰিবেশ সজাগতা।
* কু সংস্কাৰৰ বিৰুদ্ধে সজাগতা।
* ভাতৃঘাতী সংঘৰ্ষ ৰোধ কৰাৰ বাবে সজাগতা।
* ক্ৰীড়া অৰ্থাৎ খেল-ধেমালি আৰু প্ৰতিযোগিতাৰ প্ৰতি আগ্ৰহ বঢ়োৱা।
* কৃষি, শিল্প, বাণিজ্যৰ ক্ষেত্ৰত জাগৰণ অনা।
* সংবিধানিক অধিকাৰৰ প্ৰতি লোকক সচেতন কৰা।
* ৰাজনৈতিক দিশ আৰু দুনীতি, ভ্ৰষ্টাচাৰৰ বিৰুদ্ধে সজাগতা।
* জন বিস্ফোৰণ ৰোধ কৰাৰ সহযোগিতা।
* প্ৰদূষণ নিয়ন্ত্ৰণ আৰু স্বচ্ছতাৰ ওপৰত জ্ঞান বিলোৱা।
* কৰ্ম্ম সংস্কৃতি গঢ়ি তুলি সমাজখনক কৰ্ম বিমুখতাৰ পৰা উদ্ধাৰ কৰা।

**শিক্ষাৰ ক্ষেত্ৰত সজাগতা ঃ-** শিক্ষা বুলি ক'লে অকল পুঁথিগত শিক্ষাকে নুবুজায়। এক কথাত পৃথিৱী খনেই হ'ল এখন বৃহৎ পাঠ্য অৰ্থাৎ শিক্ষাৰ ভঁৰাল। মানুহৰ জীৱন থাকে মানে শিকা শেষ নহয়। মাত্ৰ জানিবলৈ কথাবোৰ সঠিক ভাৱে অনুধাৱন কৰিব পাৰিব লাগে। "চহা আৰু পণ্ডিত" নামৰ এটি কবিতাত উল্লেখ থকা মতে জুৰমন বৰা নামৰ চহাজনে প্ৰকৃতিৰ পৰাই যিখিনি জ্ঞান আহৰণ কৰিছিল তাৰ ব্যাখ্যা শুনি বহু পুঁথি পাজি পঢ়ি জ্ঞান লাভ কৰা পণ্ডিত জনেও তেওঁৰ ওচৰত লজ্জিত হৈছিল। সেইবুলি আমাক আধুনিক শিক্ষা ন'হলে নহ'ব। শিক্ষাৰ অবিহনে সময়ৰ লগত খোজ মিলাব নোৱাৰি সমাজখন বহু পিছুৱাই যাব। আধুনিক শিক্ষাহে বৌদ্ধিক বিকাশ ঘটোৱাৰ সহায়ক হয়। পুৰুষ স্ত্ৰী নিৰ্বিশেষে যাতে কোনেও শিক্ষা গ্ৰহণ অধিকাৰৰ পৰা বঞ্চিত নহয় তাৰ প্ৰতি গ্ৰাম্য সংঘ সমূহে লক্ষ্য ৰাখিব লাগিব। শিক্ষাগত অৰ্হতা সমূহ ব্যক্তিজনৰ আচৰণত যাতে ফুটি উঠে তাকো আৰ্হি দেখুৱাৰ থল আছে। বিশেষকৈ স্থানীয় শিক্ষিত লোক সকলে আজৰি সময়ত নিজৰ জ্ঞানখিনি ছাত্ৰ-ছাত্ৰী সকলৰ মাজত ভগাই দিয়াৰ প্ৰয়াস(knowledge share) কৰিলে সকলো সমানে আগবাঢ়ি যোৱাত সহায় হ'ব। তাৰোপৰি বৰ্ত্তমান যুগ হৈছে তথ্য প্ৰযুক্তিৰ যুগ। এই যুগত ইন্টাৰনেটৰ জৰিয়তে পৃথিৱীৰ এটা মূৰৰ পৰা আনটো মূৰলৈ এক মুহূৰ্তৰ ভিতৰতে তথ্যৰ আদান প্ৰদান কৰিব পাৰি। তাৰ কাৰণে প্ৰথমে কম্পিউটাৰৰ জ্ঞান অতি প্ৰয়োজন। অকল সেই বুলিয়ে নহয়, বৰ্ত্তমান সময়ত কম্পিউটাৰ জ্ঞান নথকা জনকে অজ্ঞ বুলি ধৰা হয়। তেনেক্ষেত্ৰত গ্ৰাম্য সংঘ সমূহে কম্পিউটাৰ শিক্ষাৰ জৰিয়তে

গাঁও খনৰ নৱ প্ৰজন্মক তথ্য প্ৰযুক্তিৰ জগতখনৰ লগত চিনাকি কৰাই দিবলৈ ইণ্টাৰনেট ব্যৱস্থা কৰি তথ্য যোগান কেন্দ্ৰৰ জৰিয়তে (information centre) প্ৰশিক্ষণ দিয়াব পাৰে।

**স্বাস্থ্যৰ প্ৰতি সজাগতা ঃ-**"Health is Wealth" স্বাস্থ্যই সম্পদ বুলি আমি সকলোৱে জানো। তেনেক্ষেত্ৰত সংঘ সমূহে এক সুস্থ বাতাবৰণ সৃষ্টি কৰি স্বাস্থ্য সন্মত পৰিবেশত মানুহ কেনেকৈ জীয়াই থাকিব লাগে তাৰ প্ৰতি সজাগতা আনিব পাৰে। ওচৰৰ চৰকাৰী স্বাস্থ্য কেন্দ্ৰ সমূহৰ লগত সততে যোগাযোগ ৰাখি ডেংগু, মেলেৰিয়া, হাপানী, এনকেফ্লাইটিছ আদিৰ প্ৰতিৰোধ, নিবাৰণ আদি অভিযানত সহায় কৰিব পাৰে। লগতে এইড্‌চ্‌, হেপেটাইটিচ বি ভাইৰাছ, যৌন ৰোগ আদিৰ ক্ষেত্ৰত বিশেষকৈ যুৱ চামক সতৰ্কীকৰণ কৰিব পাৰে আৰু স্থানীয় বেচৰকাৰী চিকিৎসালয় বোৰকো জন স্বাস্থ্যৰ খাতিৰত মাজে মাজে বিনামূল্যে সেৱা আগবঢ়াবলৈ বাধ্য কৰাব পাৰে। ৰক্তদান জীৱনদান একেই কথা এনে ক্ষেত্ৰত সংঘ সমূহে মাজে মাজে একোটি ৰক্তদান শিবিৰো অনুষ্ঠিত কৰিব পাৰে আৰু আসন-যোগাসন, প্ৰাণায়াম, ব্যায়াম আদিৰ কৰ্মশালা মাজে মাজে অনুষ্ঠিত কৰিলে যুৱক-যুৱতী সকলৰ স্বাস্থ্য ৰক্ষাত সহায়ক হয়।

**ধৰ্মীয় সজাগতা ঃ-**"গুৰুজনে এক কৰে, ভকতেহে ভাগ কৰে" বুলি কথা এষাৰ আছে। সকলো জাতি বৰ্ণ নিৰ্বিশেষে নিজৰ নিজৰ গুৰুৱে দিয়া নিয়ম মতে চলিবলৈ ভাৰতীয় সংবিধানে মৌলিক অধিকাৰ দিছে। আজি ধৰ্মই সমাজত যিমান বিভেদৰ সৃষ্টি কৰিছে অন্য একোৱে হয়তো কৰা নাই। সেয়ে সংঘ সমূহে কোনো নিৰ্দিষ্ট ধৰ্মৰ ক্ষেত্ৰত গোড়া মনোভাব পোষণ নকৰি সকলো ধৰ্মৰ প্ৰতি নিষ্ঠা ৰাখি, নৱ প্ৰজন্মক আধ্যাত্মিক চিন্তা চৰ্চাৰ প্ৰতি আগ্ৰহী কৰি তোলাৰ পদক্ষেপ ল'ব পাৰে।

**সাংস্কৃতিক দিশত ঃ-**Literature·, Art and Culture এই আটাইকেইটা বিষয় সামৰি লৈ সংঘ সমূহে সমাজ খনত কলাসন্মত জ্ঞান দিয়া, ভাষা জ্ঞান, সাহিত্য আদিৰ চৰ্চাৰ পৰিবেশ সৃষ্টি কৰা, সাংস্কৃতিক দিশত যুগৰ লগত খাপ খোৱাকৈ গীত, নৃত্য, নাটক, ভাওনা আদিৰ উপস্থাপনৰ জৰিয়তে এক নান্দনিক পৰিবেশ গঢ়ি তুলিব পাৰে।

**মাদক দ্ৰব্যৰ বিৰুদ্ধে সজাগতা ঃ-**মাদক দ্ৰব্য বুলিলে যিকোনো নিচা জাতীয় সেৱনকে কোৱা হৈছে। সকলো ধৰণৰ মদ, চাদা, ধঁপাতেৰে তৈয়াৰী সকলো ধোঁৱা আৰু ধোঁৱা বিহীন দ্ৰব্য যেনে জৰ্দা,গুটখা, ভাং,কানি, হিৰইন,হাচিচ, মেৰিজুৱানা অনান্য সহজলভ্য ড্ৰাগচ আৰু ডেনড্ৰাইট আদিকে মাদক দ্ৰব্য বুলিব পাৰি। উক্ত মাদক দ্ৰব্য বোৰে slow poison হিচাপে আমাৰ দেশৰ যুৱ শক্তি নামৰ মেৰুদণ্ড ডালকে কোঙা কৰিব বিচাৰিছে। কোনো কাৰণতে এই নিষিদ্ধ দ্ৰব্যবোৰে যাতে

গ্ৰাম্যাঞ্চলৰ লোক সকলৰ ঘৰত অশান্তি বঢ়াব নোৱাৰে তাৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখিব লাগে। উক্ত দ্ৰব্য সমূহৰ সেৱনকাৰী, মজুতকাৰী বেপাৰী আদিৰ ক্ষেত্ৰটো আইনগত ব্যৱস্থা ল'ব লাগে আৰু গ্ৰাম্য সংঘ সমূহে এই ক্ষেত্ৰত সচেতনতা আৰু সজাগতা আনিব পাৰে।

**প্ৰাকৃতিক পৰিবেশ ৰক্ষাৰ সজাগতা ঃ-** সংঘ সমূহে প্ৰাকৃতিক পৰিবেশ বিনষ্টকাৰী কোনো দুষ্ট চক্ৰ বা চোৰাং বেপাৰী আদিয়ে জধেমধে গছ কটা কাৰ্য, চোৰাং চিকাৰীৰ দ্বাৰা দুষ্প্ৰাপ্য প্ৰাণী,পশু ,পক্ষী আদি বধ কৰা বা চোৰাং চালান দিয়া আদি কাৰ্য ৰোধ কৰা, গঁড় হত্যাৰ দৰে দুষ্কাৰ্য বন্ধ কৰা, বনাঞ্চল ধ্বংস যজ্ঞ ৰোধ কৰা আৰু তাৰ বিপৰীতে বৃক্ষ-ৰোপণ আদি কাৰ্যসূচী হাতত লৈ সেউজীকৰণ কৰিব পাৰে।

**সামাজিক পৰিবেশৰ ক্ষেত্ৰত সজাগতা ঃ-**কোনো সন্দেহজনক বা দুষ্ট চক্ৰই সমাজত প্ৰৱেশ কৰি যাতে দুষ্কৃতিৰ পোহাৰ মেলিব নোৱাৰে সেই ক্ষেত্ৰত গ্ৰাম্য সংঘ সমূহে জাগ্ৰত প্ৰহৰী হিচাপে কাম কৰিব লাগিব।

**কু-সংস্কাৰৰ বিৰুদ্ধে সজাগতা ঃ-**বৰ্ত্তমান আধুনিক সমাজ ব্যৱস্থাত অন্ধ-বিশ্বাস আৰু কু-সংস্কাৰৰ স্থান নাই যদিও কেতিয়াবা কেতিয়াবা কিছুমান স্বাৰ্থান্বেষী লোকৰ প্ৰৰোচনাত পৰি অশিক্ষিত দুখীয়া শ্ৰেণীৰ লোক সকলৰ মাজত ডাইনী হত্যা, স্বয়ম্ভু ভগবান,বাবা আৰু কেতিয়াবা অন্ধবিশ্বাসৰ ফলত নৰবলিৰ দৰে জঘন্য কাণ্ড সংঘটিত হৈ আহিছে। এই বিলাক কু-সংস্কাৰ দূৰ কৰি মানুহৰ মাজত আতংকৰ সৃষ্টিকাৰী সকলক সমুচিত শাস্তি বিধান কৰি দুখীয়া লোক সকলৰ ৰক্ষণাবেক্ষণ দিয়াত গ্ৰাম্য সংঘ সমূহে মনোযোগ দিব পাৰে।

**ভাতৃঘাটী সংঘৰ্ষ ৰোধ কৰাৰ ক্ষেত্ৰত ঃ-**কিছুমান কুচক্ৰান্তকাৰী যমৰ দালাল সদৃশ ৰাজনৈতিক নেতাৰ প্ৰৰোচনামূলক কথা বা সন্ত্ৰাসবাদী কাৰ্য্যকলাপৰ বাবে বা চুবুৰীয়া ৰাজ্য বা ৰাষ্ট্ৰৰ কূটনৈতিক কাৰণত আমাৰ মাজত ভাতৃঘাটী সংঘৰ্ষবিলাক হৈ থকা পৰিলক্ষিত হৈছে। এইক্ষেত্ৰত সংঘ সমূহৰ মাজত যোগাযোগ ব্যৱস্থা (interlink) থাকিলে বুজাপৰাৰ মাধ্যমেৰে সমস্যা সমাধান কৰিব পৰা যথেষ্ট থল আছে। যিহেতু আলোক মানে পোহৰ আৰু লোচন মানে চকু, এতেকে আলো+লোচনা=আলোচনা আৰু আলোচনাৰ মাধ্যমেদিহে সমাধানৰ পথ প্ৰশস্ত হয়।

**ক্ৰীড়াৰ প্ৰতি আগ্ৰহ বঢ়োৱা ঃ-** খেল ধেমালি আদি প্ৰতিযোগিতাত অংশ গ্ৰহণকাৰী সকলৰ অন্যক্ষেত্ৰটো প্ৰতিযোগিতামূলক মনোভাৱ বাঢ়ি যায়। বিশেষকৈ ল'ৰা - ছোৱালী বিলাকৰ শাৰীৰিক, মানসিক আৰু বৌদ্ধিক বিকাশৰ ক্ষেত্ৰত খেল ধেমালি অপৰিহাৰ্য বিষয় বুলি বিবেচিত কৰা হয়। গ্ৰাম্য সংঘ সমূহে এই ক্ষেত্ৰত প্ৰাধান্য দি বিষয়টো গুৰুত্ব সহকাৰে ল'লেহে গ্ৰাম্যাঞ্চলৰ পৰা বহুতো সুপ্ত প্ৰতিভাই

প্ৰাণ পাই উঠিব।

**কৃষি আৰু বাণিজ্যৰ ক্ষেত্ৰত ঃ-**কৃষি শিল্প আৰু বাণিজ্যৰ ক্ষেত্ৰত চাবলৈ গলে গ্ৰাম্যজীৱন বিলাক কৃষি ভিত্তিক। অন্যান্য কুটীৰ শিল্প বিলাকো গ্ৰামাঞ্চলৰে এক অবিচ্ছেদ্য অংগ। তেনেস্থলত গ্ৰাম্যঞ্চলত উৎপাদিত দ্ৰব্য যেনে ধান,মাহ,সৰিয়হ,মৰাপাট,মুগা এড়ি পাট সমূহে বজাৰতযাতে উচিত মূল্য পায় বা কোনেও যাতে প্ৰবঞ্চকৰ ওচৰত নিজৰ মূলধন হেৰুৱাব লগা নহয়। বেংক আদিৰ পৰা পোৱা ঋণ আদি সঠিকভাৱে উপভোক্তাই পাইছে নে নাই, চৰকাৰে যোগান ধৰা কৃষি সামগ্ৰী যেনে বীজ,ট্ৰেক্টৰ, পাৱাৰটিলাৰ আদি প্ৰকৃত হিতাধিকাৰীয়ে পাইছেনে নাই, আত্মসহায়ক গোট সমূহ ঠিকমতে চলিচেনে নাই ইত্যাদি কথা বিলাকো গ্ৰাম্য সংঘ সমূহে চকু দিব পাৰে।

**সাংবিধানিক অধিকাৰৰ প্ৰতি সচেতন কৰা ঃ-**আমি স্বাধীন দেশৰ নাগৰিক। "ভাৰতবৰ্ষৰ এখন সাৰ্বভৌম গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ।" তৎসত্ত্বেও আমি আজিও পৰাধীন দেশৰ নাগৰিকৰ দৰে কেতিয়াবা আচৰণ কৰোঁ। প্ৰায়ে দেখা যায় যে কোনো আবেদন আদি লিখোতে অধীনৰ বিনীত নিবেদন, কৰযোৰে ভিক্ষা মাগিছোঁ আদি বাক্যবোৰ লিখিবলৈ এৰা নাই আৰু প্ৰয়োজনীয় কামত কোনো কাৰ্যালয়লৈ গ'লে অফিচাৰৰ সন্মুখত ৰাইজলৈ বুলি পাৰি থোৱা চকীবোৰ খালি হৈ থকিলেও বহিবলৈ কুণ্ঠাবোধ কৰোঁ। কিয় আমি বাৰু নাজানো নে? গণতন্ত্ৰত ৰাইজে ৰজা (RE-PUB-LIC)? নেতা, মন্ত্ৰী, আমোলা, বিষয়া যিয়ে নহ'ওক তেওঁলোকক আমিয়ে নিযুক্তি দিছোঁ ৰাইজৰ সেৱাৰ অৰ্থে(in the enterest of public service)। যিহেতু গাওঁ অঞ্চলৰ অশিক্ষিত দুখীয়া শ্ৰেণী ৰাইজৰ মাজত এই সচেতনতা কম, যাৰ ফলত তেওঁলোকে শাসনৰ নামত শোষণৰ দুৰ্ভোগ ভুগিবলগা হয়। মোৰ বাৰীৰে বাঁহ গাঁজ নি খৰিচা কৰি কোনোবাই ধান ডোণৰ লগত সলাবলৈ বিচাৰিলে কথাবোৰ মন কৰিবলৈ শিকাব নোৱাৰি জানো? মুঠৰ ওপৰত সমাজখন সাংবিধানৰ মৌলিক অধিকাৰ সমূহৰ পৰা যাতে বঞ্চিত নহয়। তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগে।

**ৰাজনৈতিক দিশ আৰু দুনীৰ্তি ভ্ৰষ্টাচৰৰ বিৰুদ্ধে ঃ-**সাম্প্ৰতিক কালত দেশৰ চাৰিওফালে কেৱল দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰ। বাতৰি কাকত আৰু নিউজ চেনেল বিলাকত প্ৰায়ে এনে বাতৰি সম্প্ৰচাৰ কৰি থকা দেখা যায় । এই ক্ষেত্ৰত দুৰ্নীতিগ্ৰস্ত আৰু ভ্ৰষ্টাচাৰী সকলক সমাজচ্যুত কৰিব পাৰিলে কিছু ভাল ফল পোৱা যাব বুলি আমাৰ মনে ধৰে। এই খিনিতে ড° মামনি ৰয়চম গোস্বামী বাইদেউৱে এবাৰ এক অনুষ্ঠানত তেজপুৰ বান থিয়েটাৰত ভাষণ প্ৰসঙ্গত কোৱা এটা কথা উল্লেখ কৰিব বিচাৰিছোঁ। তেখেতৰ মতে আমাৰ সমাজৰ দুৰ্নীতিগ্ৰস্ত ঘোচখোৰ মানুহবোৰতকৈ তেওঁলোকৰ লুভীয়া তিৰোতাবোৰ হে বেছিকৈ জগৰীয়া। যদি উক্ত তিৰোতা বিলাকে

একমুখে ঘোচখোৱা টকা ঘৰলৈ আনিবলৈ বন্ধ কৰে বা সেই টকাৰে একো নাখাওঁ, নিপিন্ধো আৰু তেওঁলোকৰ ল'ৰা ছোৱালীকো নোখোৱাওঁ, নিপিন্ধাও বুলি কয় তেনেহ'লে কিছুমান মানুহে ঘোচৰ নামত টকা ঘটিবলৈ ভয় কৰিলেহেতেঁন আৰু দুনীতি পৰায়ণ ঘোচখোৰ লোকৰো জন্ম নহলহেঁতেন। এই ক্ষেত্ৰত সংঘ সমূহে এই সজাগতাখিনি অন্ততঃ ৰাইজৰ মাজত প্ৰচাৰ কৰিব পাৰে। ঘোচ্ লোৱা জনতকৈ ঘোচ্ দিয়াজন যে সমানেই দায়ী মহিলা সকলৰ মাজত এক নৈতিক জাগৃতি অনাৰ বাবে প্ৰচেষ্টা চলাব পাৰে। প্ৰয়োজন হ'লে তথ্য জনা আধিকাৰ আইনৰ সহায়ত সকলো দূৰ্নীতি পোহৰলৈ আনি দূৰ্নীতিগ্ৰস্ত লোক সকলক চিনাক্ত কৰিব পাৰে আৰু দূৰ্নীতি ৰোধ কৰিব পাৰে।

**জন বিস্ফোৰণৰ ৰোধ কৰাৰ ক্ষেত্ৰত ভূমিকা ঃ-**বৰ্ত্তমান ভাৰতবৰ্ষৰ জনসংখ্যাই ১২০ কোটিৰ সীমা অতিক্ৰম কৰিছে। পৃথিৱীৰ সৰ্বাধিক জনসংখ্যাৰ দেশ চীনৰ পিছতে ভাৰতৰ স্থান। এনেদৰে জনসংখ্যা বৃদ্ধি হৈ থাকিলে অদূৰ ভৱিষ্যতে খাদ্য আৰু বাসস্থানৰ অভাৱ হোৱা সম্ভাৱনাই প্ৰৱল। গতিকে যিসকলে ধৰ্ম্মীয় পৰম্পৰা বা ঈশ্বৰৰ দান বুলি জনসংখ্যা বৃদ্ধিত অৰিহণা যোগাইছে, তেওঁলোকৰ মাজত জনসংখ্যা বৃদ্ধি যে এটা বিস্ফোৰণ সেই কথা পতিয়ন নিয়াব পৰাকৈ প্ৰচাৰ চলাই সংঘ সমূহে জনসংখ্যা বৃদ্ধিৰ নিয়ন্ত্ৰণ কৰাত সহায় কৰিব পাৰে।

**প্ৰদূষণ নিয়ন্ত্ৰণ আৰু স্বচ্ছতাৰ ওপৰত ঃ-**আমি জীয়াই থাকিবলৈ আৱশ্যক হোৱা বায়ু আৰু পানী প্ৰকৃতি প্ৰদত্ত, এই বায়ু পানী কিবা কাৰণত বিকাৰগ্ৰস্ত হ'লে আমি আমাৰ মৰণ নিজে চপাই লোৱা দৰে হ'ব। এই জীৱনদায়িনী বায়ু আৰু পানী কোনো কাৰণতে যাতে প্ৰদূষিত নহয়,কোনেও যাতে কোনো ৰাসায়নিক বিষাক্ত দ্ৰব্য বা গেছ আদি প্ৰয়োগ কৰি পৰিবেশ ধ্বংশ কৰিব নোৱাৰে আৰু অনাহকত শব্দ প্ৰদূষণ আদিৰো সৃষ্টি কৰিব নোৱাৰে তাৰ প্ৰতি সংঘ সমূহ সচেতন হ'ব লাগিব আৰু এক স্বচ্ছ পৰিবেশ গঢ়ি তুলিব লাগিব।

**কৰ্ম সংস্কৃতি গঢ়ি তোলাৰ ক্ষেত্ৰত ঃ-**"Work is worship" কৰ্মই ধৰ্ম, কামৰ কোনো সৰু বা ডাঙৰ নাই। কৰ্মই উন্নতিৰ সোপান্ গতিকে সংঘ সমূহে কৰ্ম সংস্কৃতি গঢ়ি তুলিবলৈ নিজে কৰ্ম কৰিব লাগিব। বিভিন্ন ক্ষেত্ৰত শ্ৰমদান কৰি সামজিক অনুষ্ঠান প্ৰতিষ্ঠান বিলাক গঢ়িব লাগিব। আৰু কৰ্মৰ প্ৰতি আগ্ৰহী হৈ কৰ্ম ক্ষেত্ৰত আগবাঢ়ি যাব লাগিব। কথাতে কয়"জাকৰুৱা নাও বামেৰেও যায় " আৰু "ৰাইজে নখ জোঁকাৰিলে নৈ বয়"। কিন্তু সেই ৰাইজ বা সমাজখনক পৰিচালনা কৰিবলৈ মাত্ৰ এক সবল নেতৃত্বৰ (quality leadership) অতিকে প্ৰয়োজন হয়। বহুক্ষেত্ৰত দেখা যায় যে উপযুক্ত নেতৃত্বৰ অভাৱত কিছুমান গুৰুত্বপূৰ্ণ কামো ইজনে সিজনৰ বাগি-বগীয়াত বা ইজনে সিজনক দুষাৰোপ কৰি থাকোতেই কামটো

মৰ্যাদাসম্পন্নভাৱে (in a dignified manner) সম্পন্ন নহয়। তেনে এটা উদ্ধৃতি তলত দিয়া হৈছে -

This is a story about four people.The peoples are Everybody, Somebody, Anybody and Nobody.

"There was an important job to be done and Everybody was asked to do it,Anybody could have done it,but Nobody did it. Somebody got angry about that because it was Every's job,Everybody thought,Anybody could do it, but Nobody realized that Everybody would not do it. It ended up that Everybody blamed Somebody,When actually Nobody asked Anybody" (Advance Padagogi)

সংঘসমূহে কোনো ৰাজনৈতিক বা দলীয় স্বাৰ্থত কাম কৰা অনুচিত। আন বহু পঞ্জীয়নভূক্ত গ্ৰাম্য সংঘই আকৌ "NGO" হিচাপে একো কৰ্ম নকৰাকৈ মাত্ৰ চৰকৰী ধনৰ শৰাধ কৰি সমাজখনকে বন্ধকত থৈছে। কথাতে কয় "কৰ্ম নাই চিন্ত সৎ, প্ৰশস্ত হয় নৰকৰ পথ"। আশা ৰাখিছো সৎ চিন্তা ভাৱনাৰে আমাৰ গ্ৰাম্যাঞ্চল বিলাকতো একোটাকৈ নিষ্ঠাবান সংঘ প্ৰতিষ্ঠা হওক আৰু সমাজৰ এক গুৰুত্বপূৰ্ণ অংগ হিচাপে নিজৰ ভূমিকাত অৱতীৰ্ণ হওক।

**সংঘসমূহে চৰকাৰী পঞ্জীয়ণ ভূক্ত হ'বলৈ হ'লে কি কি কৰিব লগিব ঃ-** গ্ৰাম্য সংঘ সমূহৰ যি বিলাকে চৰকাৰী পঞ্জীয়ন ল'ব বিচাৰে তেওঁলোকে অসম চৰকাৰৰ গুৱাহাটী শিলপুখুৰীস্থিত সমিতি সমূহৰ পঞ্জীয়কৰ কাৰ্যালয়ৰ লগত যোগাযোগ কৰিব পাৰে। পঞ্জীয়ণ কৰিবলৈ প্ৰয়োজন হোৱা নথিপত্ৰ সমূহৰ ভিতৰত সমিতিৰ স্মাৰক লিপি, এখনি সংবিধান, এটা জইন্ট একাউন্ট (বেংক ডিপজিত নূন্যত্বম ৫০ হেজাৰ টকা), সমিতিৰ আগৰ ধাৰাবাহিক কমেও তিনি বছৰৰ বাৰ্ষিক হিচাপৰ অডিট ৰিৰ্পট, প্ৰতিষ্ঠা কালৰ কাৰ্যসূচী আৰু প্ৰস্তাৱ সহকাৰে সাধাৰণসভাৰ কাৰ্যবিৱৰণী লগতে ৰাইজৰ উপস্থিতিৰ চহী সম্বলিত হ'ব লাগিব আৰু প্ৰত্যেক বছৰত কমেও দুখনকৈ সাধাৰণ সভা পতা দেখুৱাব লাগিব। লগতে সংঘটোৰ বাবে আৱন্টিত স্থায়ী ভূমিৰ নথিপত্ৰ বা জমাবন্দি কপি আদিও দিব লাগিব।

ইচ্ছুক সমিতি বা সংঘ সমূহৰ প্ৰয়োজন হোৱাকৈ তলত এখনি স্মাৰক লিপি দিয়া হ'ল আৰু লগতে এখনি সংবিধানৰ খচৰা প্ৰস্তুত কৰি দিয়াৰ প্ৰয়াস কৰিলো।

ধৰাহওক সংঘটিৰ নাম "অনামিকা যুব ও কৃষ্টি বিকাশ সংঘ" স্থান বগলীজান, লক্ষীমপুৰ, অসম।

# সংবিধান

| | |
|---|---|
| ১) সমিতিৰি নাম | ঃ অনামিকা যুৱ ও কৃষ্টি বিকাশ সংঘ |
| ২) সমিতিৰ কাৰ্যালয়ৰ ঠিকনা | ঃ বগলীজান, ডাক ঃ বগলীজান, উত্তৰ লক্ষীমপুৰ,লক্ষীমপুৰ, অসম। |
| ৩) সমিতিৰ পৰিসীমা | ঃ উত্তৰ লক্ষীমপুৰক কেন্দ্ৰস্থল হিচাপে লৈ সমগ্ৰ ভাৰতবৰ্ষ সামৰি পৰিসীমা। |
| ৪) সমিতিৰ উদ্দেশ্যাৱলী | ঃ **এই অনুষ্ঠানৰ উদ্দেশ্য হ'ল -** |

ক) কৃষি,শিল্প,শিক্ষা, স্বাস্থ্য আৰু বাণিজ্যিক ক্ষেত্ৰত দেশ আৰু জনসাধাৰণক আগুৱাই নিয়া।

খ) শিশুৰ শিক্ষা, শাৰীৰিক,মানসিক,বৌদ্ধিক বিকাশৰ লগত সঙ্গতি ৰাখি কল্যাণ্মূলক আঁচনি গ্ৰহণ কৰা।

গ) মহিলাৰ সামাজিক মৰ্যাদা অক্ষুণ্ণ ৰখা।

ঘ) অনুন্নত আৰু পিছপৰা শ্ৰেণীৰ আৰু সামাজিকভাৱে বঞ্চিত লোকক আগুৱাই নিয়া?

ঙ) নিবনুৱা সমস্যাৰ সমাধানৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা গ্ৰহণ কৰা।

চ) পৰ্যটক আৰু পৰ্যটনৰ সুবিধা দিয়া

ছ) দুখীয়া সৎ নাগৰিক, প্ৰতিভাবান ছাত্ৰ-ছাত্ৰী,দুখীয়া আৰু ৰুগীয়া ব্যক্তিক যথা সাধ্যে সাহাৰ্য্য প্ৰদান কৰা।

জ) অৱস্থাহীন শিল্পী সাহিত্যিকক সাহাৰ্য্য প্ৰদান কৰা।

ঝ) বিভিন্ন ধৰ্মানুষ্ঠান আদিক উন্নীতকৰণ কৰা।

ঞ) দেশ সেৱাত ব্ৰতী জোৱান সকল আৰু সামৰিক পুজিঁলৈ অৰিহণা যোগোৱা।

ট) দুখীয়া পৰিয়ালত মৃতদেহ সৎকাৰ আৰু শ্ৰাদ্ধাদি কৰ্মৰ বাবে সাহাৰ্য প্ৰদান কৰা।

ঠ) মানৱ সেৱাত ব্ৰতী লোকৰ পৰিয়াললৈ সাহাৰ্য্য প্ৰদান কৰা।

ড) সামজিক বনানীকৰণ আৰু বন্যপ্ৰাণী সংৰক্ষণৰ ক্ষেত্ৰত সহযোগ কৰা।

ঢ) শিক্ষামূলক ভ্ৰমণ আৰু তীৰ্থস্থান সমূহলৈ যাত্ৰাৰ বাবে সুবিধা প্ৰদান কৰা।

ণ) প্ৰাকৃতিক আৰু ৰাষ্ট্ৰীয় দুৰ্যোগ সমূহত স্বেচ্ছামূলক সেৱা প্ৰদান কৰা।

৫) সভ্যপদ

ক) সভ্য হবলৈ যোগ্যতাঃ-জাতি বৰ্ণ নিৰ্বিশেষে এই অনুষ্ঠানৰ হিতাকাংক্ষী,সৎ, আদৰ্শবান ব্যক্তি, অসমৰ স্থায়ী বাসিন্দা আৰু সংবিধানৰ নিয়ম মানি চলা লোকক যোগ্য বুলি বিবেচনা কৰা হ'ব।

খ) সভ্য ভৰ্ত্তিৰ বৰঙণি ঃ- সভ্য ভৰ্ত্তিৰ বাবে মাচুল অনুষ্ঠানে নিৰ্দ্ধাৰিত কৰি দিয়া ন্যূনতম বছৰেকীয়া বৰঙণি নিয়মিত ভাবে দিব লাগিব।

গ) পুঁজি সংগ্ৰহ ঃ- প্ৰতিষ্ঠানৰ মূল পুঁজি হ'ব সভ্য ভৰ্ত্তিৰ মাচুল, ৰাইজৰ দান বৰঙণি আৰু চৰকাৰী সাহাৰ্য্য।

ঘ) সমিতিৰ পুঁজিৰ পৰা ৫০০.০০(পাঁচশ) টকা সম্পাদকে হাতত ৰাখি বাকী সম্পূৰ্ণ টকা স্থানীয় চৰকাৰী বেংকত সভাপতি আৰু সম্পাদকৰ যুটীয়া স্বাক্ষৰত একাউন্ট খুলি জমা ৰাখিব লাগিব। বেংকৰ পৰা টকা উঠাব লাগিলে সমিতিৰ প্ৰস্তাৱ যোগে উঠাব পাৰিব।

৬) সাধাৰণ সভাৰ বৈঠক

ঃ বছৰত কমেও এবাৰ সাধাৰণ সভা বহিব লাগিব।

৭) সাধাৰণ সভাৰ বৈঠকৰ থুল

ঃ দুই-তৃতীয়াংশ সদস্যৰ উপস্থিতিত সাধাৰণ সভা অনুষ্ঠিত কৰিব পাৰিব।

৮) কাৰ্যকৰী সমিতিৰ নিৰ্বাচন

ঃ প্ৰত্যেক তিনি বছৰৰ মূৰে মূৰে সাধাৰণ সভাই কাৰ্যকৰী সমিতিৰ নিৰ্বাচন কৰিব।

৯) কাৰ্যকৰী সমিতিৰ বিবৰণ

ঃ সাধাৰণ সভাই ১৫ জনীয়া এখন কাৰ্যকৰী সমিতি গঠন কৰি দিব। উক্ত সমিতিত এজন

সভাপতি, উপসভাপতি, সম্পাদক, কোষাধক্ষ্য আৰু হিচাব পৰীক্ষক থাকিব।

১০) কাৰ্যকৰী সমিতিৰ কাৰ্যকাল : কাৰ্যকিৰী সমিতিৰ কাৰ্যকাল মাত্ৰ ৩ বছৰ।

১১) কাৰ্যকৰী সমিতিৰ বৈঠকৰ নিয়ম : তিনি মাহৰ মূৰে মূৰে কাৰ্যকৰী সমিতি বহিব লাগিব। ইয়াৰ উপৰিও জৰুৰী পৰিস্থিতি উদ্ভৱ হ'লে যি কোনো সময়তে জৰুৰী-কালীন সভা আহ্বান কৰিব পাৰিব।

১২) কাৰ্যকৰী সমিতিৰ বৈঠকৰ থুল : জৰুৰীকালীন অৱস্থাত আহ্বান কৰা সমিতি থুল নহ'লে দ্বিতীয়বাৰ বৈঠকত উপস্থিত থকা সদস্যৰ থুল বুলি পৰিগণিত হ'ব।

১৩) কাৰ্য্যকৰী সমিতিৰ পুনঃ নিৰ্ব্বাচন পদ্ধতি : সাধাৰণ সভাই তিনি বছৰৰ মূৰে মূৰে নতুন সমিতি গঠন কৰিব পাৰিব। সাধাৰণ সভাই ইচ্ছা কৰিলে আগৰ সমিতি খনকেই পুনৰ তিনিবছৰৰ বাবে নিৰ্বাচিত কৰিব পাৰিব।

১৪) সমিতিৰ সভ্য বহিষ্কাৰ : যিকোনো সদস্যই সমিতিৰ নিয়মাবলীৰ বিৰুদ্ধাচৰণ কৰিলে সভ্য পদৰ পৰা বহিষ্কাৰ কৰা হ'ব।

১৫) হিচাব পৰীক্ষক : এজন যোগ্যতা-সম্পন্ন হিচাব পৰীক্ষকক কাৰ্যকৰী সমিতিয়ে এবছৰৰ বাবে নিয়োগ কৰিব পাৰিব। হিচাবৰ প্ৰতিবেদন সাধাৰণ সভাই অনুমোদন কৰাৰ পিচত সমিতি সমূহৰ পঞ্জীয়কলৈ পঠিয়াই দিব লাগিব।

১৬) আইন সৰ্ম্পকীয় পৰিচালক : সমিতি পঞ্জীয়ক আইনৰ ১৮৬০ চনৰ ২১ ধাৰাৰ ৬ নং দফা অনুসাৰে সমিতিৰ সকলো আইন সৰ্ম্পকীয় কাম সমিতিৰ সভাপতি বা সম্পাদকৰ নামত পৰিচালনা হ'ব।

১৭) ভঙ্গ-কৰণ : যদি অনিবাৰ্য কাৰণ বশতঃ সমিতিখন ভঙ্গ কৰি দিব লগীয়া হয় তেন্তে সমিতি পঞ্জীকৰণ আইনৰ ২১ ধাৰাৰ ১৩ আৰু ১৪ নং দফা অনুসাৰে একে সাদৃশ্য থকা অনুষ্ঠানলৈ সা-সম্পত্তি বোৰ দান কৰিব লাগিব।

অনামিকা যুৱ ও কৃষ্টি বিকাশ সংঘৰ নিয়মাবলীৰ প্ৰকৃত নকল পত্ৰ দিয়া হ'ল।

| নাম | চহী | পদবী |
| --- | --- | --- |
| শ্ৰী | | সম্পাদক |
| শ্ৰী | | কাৰ্যকৰী সদস্য |
| শ্ৰী | | কোষাধ্যক্ষ |

-

# সমিতিৰ স্মাৰক লিপি

১) সমিতিৰ নাম ঃ অনামিকা যুৱ ও কৃষ্টি বিকাশ সংঘ

২) সমিতিৰ কাৰ্যালয়ৰ ঠিকনা ঃ বগলীজান
পোঃ অঃ - বগলীজান
জিলা - লক্ষীমপুৰ, (অসম)

৩) সমিতিৰ উদেশ্যাৱলী ঃ এই অনুষ্ঠানৰ উদ্দেশ্য হ'ল -

ক) কৃষি, শিল্প, শিক্ষা, স্বাস্থ্য আৰু বাণিজ্যিক ক্ষেত্ৰত দেশ আৰু জনসাধাৰণক আগুৱাই নিয়া।

খ) শিশুৰ শিক্ষা, শাৰীৰিক,মানসিক, বৌদ্ধিক বিকাশৰ লগত সঙ্গতি ৰাখি কল্যাণমূলক আঁচনি গ্ৰহণ কৰা।

গ) মহিলাৰ সামাজিক মৰ্য্যাদা অক্ষুণ্ণ ৰখা।

ঘ) অনুন্নত; পিছপৰা শ্ৰেণী আৰু সামাজিক ভাবে বঞ্চিত লোকক আগুৱাই নিয়া।

ঙ) নিবনুৱা সমস্যা সমাধানৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা গ্ৰহণ কৰা।

চ) পৰ্য্যটক আৰু পৰ্য্যটনৰ সুবিধা দিয়া।

ছ) দুখীয়া সৎ নাগৰিক, প্ৰতিভাবান ছাত্ৰ-ছাত্ৰী, দুখীয়া ৰুগীয়া ব্যক্তিক যথা-সাধ্যে সাহাৰ্য প্ৰদান কৰা ।

জ) অৱস্থাহীন শিল্পী সাহিত্যিকক সাহাৰ্য প্ৰদান কৰা।

ঝ) বিভিন্ন ধৰ্মানুষ্ঠান আদিৰ উন্নিতকৰণ কৰা।

ঞ) দেশ সেৱাত ব্ৰতী জোৱান সকল আৰু সামৰিক পুঁজিলৈ অৰিহণা যোগোৱা।

ট) দুখীয়া পৰিয়ালত মৃতদেহ সৎকাৰ আৰু শ্ৰাদ্ধাদি কৰ্মৰ বাবে সাহাৰ্য প্ৰদান কৰা।

ঠ) মানৱ সেৱাত ব্ৰতী লোকৰ পৰিয়ালৈ সাহাৰ্য প্ৰদান কৰা।

ড) সামাজিক বনানীকৰণ আৰু বন্যপ্ৰাণী সংৰক্ষণৰ ক্ষেত্ৰত সহযোগ কৰা।

চ) শিক্ষামূলক ভ্ৰমণ আৰু তীৰ্থস্থান সমূহলৈ যাত্ৰাৰ বাবে সুবিধা প্ৰদান কৰা।

ণ) কোনো প্ৰাকৃতিক বা ৰাষ্ট্ৰীয় দুৰ্যোগৰ সময়ত স্বেচ্ছামূলক সেৱা প্ৰদান কৰা।

## বৰ্ত্তমান কাৰ্যকৰী সমিতিৰ সদস্য সকলৰ নাম, ঠিকনা আৰু পদবী

| ক্ৰমিক নং | নাম | ঠিকনা আৰু ব্যৱসায় | পদবী |
|---|---|---|---|
| ১ | | | সভাপতি |
| ২ | | | উপসভাপতি |
| ৩ | | | বৃটিআ |
| ৪ | | | সম্পাদক |
| ৫ | | | ঐ |
| ৬ | | | কোষাধ্যক্ষ |
| ৭ | | | সভ্য |
| ৮ | | | সভ্য |
| ৯ | | | সভ্য |
| ১০ | | | সভ্য |
| ১১ | | | সভ্য |
| ১২ | | | সভ্য |
| ১৩ | | | সভ্য |
| | | | সভ্য |

| | |
|---|---|
| ১৪ | সভ্য |
| ১৫ | সভ্য |
| ১৬ | সভ্য |
| ১৭ | সভ্য |
| ১৮ | সভ্য |
| ১৯ | সভ্য |
| ২০ | সভ্য |
| ২১ | সভ্য |
| ২২ | সভ্য |
| ২৩ | সভ্য |
| ২৪ | সভ্য |
| ২৫ | সভ্য |
| ২৬ | সভ্য |
| ২৭ | সভ্য |
| ২৮ | সভ্য |
| ২৯ | সভ্য |
| ৩১ | সভ্য |
| ৩২ | সভ্য |
| ৩৩ | সভ্য |

# সমিতিৰ স্মাৰক লিপি

পঞ্জীয়ন মাচুল ৫০.০০ টকা

(সমিতি পঞ্জীকৰণ আইনৰ ১৮৬০ চনৰ ২১ দফাৰ মৰ্মে)

১। সমিতিৰ নাম ঃ-

২। সমিতিৰ কাৰ্যালয়ৰ ঠিকনাঃ-

৩। সমিতিৰ উদ্দেশ্যাৱলী ঃ-

(ক)

(খ)

(গ) আদি

৪। বৰ্তমানৰ কাৰ্যকৰী সমিতিৰ সদস্যসকলৰ নাম, ঠিকনা আৰু পদৱী ঃ-

| নাম | ঠিকনা আৰু ব্যৱসায় | পদবী |
|---|---|---|
| | (নিৰ্দেশাৱলী) | |

আমি নিম্নলিখিত সদস্যাসকলে উক্ত সমিতিখন গঠন কৰিবলৈ ইচ্ছা কৰি এই স্মাৰক পত্ৰত স্বাক্ষৰ দান কৰিলো।

| স্বাক্ষৰ | ঠিকনা আৰু স্বাক্ষৰকাৰীৰ পদবী | সাক্ষীৰ চহী,পদবী আৰু ঠিকনা |
|---|---|---|
| (৭ গৰাকী সদস্যৰ চহী তাৰিখ) | | (সাক্ষী গৰাকী সমিতিৰ সদস্য হব নোৱাৰিব) |

স্থাপিত হোৱা তাৰিখ ঃ-

(১) সমিতিৰ নাম -

(২) সমিতিৰ কাৰ্যালয়ৰ ঠিকনা ঃ-

(৩) সমিতিৰ পৰিসীমা ঃ-

(৪) সমিতিৰ উদ্দেশ্যাৱলী ঃ-

(উদ্দেশ্যবোৰ স্মাৰক লিপি ৪ নং দফাত দিয়াৰ দৰে বহলাই বুজাই লিখিব লাগিব)।

(৫) সভ্যপদ ঃ-

(ক) সভ্য হ'বলৈ যোগ্যতা ঃ-

(খ) সভ্য ভৰ্ত্তিৰ বৰঙণি ঃ-

(গ) পুঁজি সংগ্ৰহ ঃ-

(ঘ)পুঁজি নিয়ন্ত্ৰণ ঃ-

(৬) সাধাৰণ সভাৰ বৈঠকৰ নিয়ম ঃ- (সাধাৰণ সভা বছৰত কেইবাৰ বহিব লিখি দিব)

(৭) সাধাৰণ সভাৰ বৈঠকৰ থুল ঃ- (সাধাৰণ সভাত সভ্য কিমান উপস্থিত থাকিলে সভাৰ থুল হ'ব লিখিব)।

(৮) কাৰ্যকৰী সমিতিৰ নিৰ্বাচন পদ্ধতি ঃ-

(৯) কাৰ্যকৰী সমিতিৰ চমু বৰ্ণনা ঃ-

(১০) কাৰ্যকৰী সমিতিৰ কাৰ্যকাল ঃ-

(১১) কাৰ্যকৰী সমিতিৰ পুনঃ নিৰ্বাচন পদ্ধতি ঃ-

(১২) কাৰ্যকৰী সমিতিৰ বৈঠকৰ নিয়ম ঃ-

(১৩) কাৰ্যকৰী সমিতিৰ বৈঠকৰ থুল ঃ-

(১৪) সমিতিৰ সভা বহিষ্কাৰ ঃ- যিকোনো সদস্যই নিয়ামবলীৰ বিৰুদ্ধাচৰণ কৰিলে সভ্য পদৰ পৰা বহিষ্কাৰ কৰা হ'ব।

(১৫) হিচাব পৰীক্ষক ঃ- এজন যোগ্যতাসম্পন্ন হিচাব পৰীক্ষকক কাৰ্য্যকৰী সমিতিয়ে এবছৰৰ বাবে নিয়োগ কৰিব আৰু তেওঁ বছৰত এবাৰ হিচাব পৰীক্ষা কৰিব। হিচাপৰ প্ৰতিবেদন সাধাৰণ সভাই অনুমোদন কৰাৰ পিছত সমিতি সমূহৰ পঞ্জীকলৈ পঠিয়াই দিব লাগিব।

(১৬) আইন সম্পৰ্কীয় পৰিচালনা ঃ- সমিতি পঞ্জীকৰণ আইনৰ ১৮৬০ চনৰ ২১ ধাৰাৰ ৬নং দফা অনুসৰি সমিতিৰ সকলো আইন সম্পৰ্কীয় কাম সমিতিৰ সভাপতি বা সম্পাদকৰ নামত পৰিচালনা হ'ব।

(১৭) ভঙ্গকৰণ ঃ- যদি অনিবাৰ্য কাৰণবশতঃ সমিতিখন ভঙ্গ কৰি দিবলগীয়া হয় তেন্তে সমিতি পঞ্জীকৰণ আইনৰ ২১ ধাৰাৰ ১৩ আৰু ১৪ নং দফা অনুসাৰে একে সাদৃশ্য থকা অনুষ্ঠানলৈ সা-সম্পত্তিবোৰ দান কৰিব লাগিব।

(সমিতিৰ নাম লিখিব) মূল নিয়মাৱলীৰ প্ৰকৃত নকলৰ প্ৰমান পত্ৰ দিয়া হ'ল -

১)

২)

৩)



তিনিগৰাকী কাৰ্য্যকৰী সদস্যৰ চহী

বিশেষ দ্ৰষ্টব্য ঃ-

(১) নিয়মাৱলীৰ বন্ধনীত লিখা কথাবোৰ স্মাৰক লিপি/ সংবিধানত নিলিখিব। কেৱল বুজাৰৰ বাবেহে লিখা হৈছে। প্ৰত্যেকটো দফা বহলাই লিখিব।

(২) সংবিধান আৰু স্মাৰক লিপিৰ এখন খত-পত্ৰ পূৰণ কৰিব।

(৩) ভাল কাগজত টাইপ কৰিব লাগিব।

(৪) ৫০.০০ (পঞ্চাছ) টকা পঞ্জীয়ন মাচুল তলত দিয়া হেডৰ শিতানত সমিতিৰ নামত কোষাগাৰত জমা কৰিব আৰু মুল চালানখন খত পত্ৰৰ লগত দাখিল কৰিব। 1475 other General Economic Services fees under the Socities registration Act/XXI of 1860

(৫) স্মাৰক-পত্ৰ/সংবিধান/সাধাৰণ সভাৰ প্ৰস্তাৱ আদি খত-পত্ৰখনত সম্পাদক নাইবা সভাপতিৰ চীল মোহৰ সহ স্বাক্ষৰ কৰিব লাগিব।

(৬) কাৰ্যকৰী সমিতি গঠন হোৱা, সাধাৰণ সভাৰ প্ৰস্তাৱ, পঞ্জীকৰণ প্ৰস্তাৱ আৰু সেই সভাত উপস্থিত থকা সাধাৰণ, সভ্য উপস্থিতিৰ নাম তালিকা এখন নকল দিব লাগিব।

(৭) পঞ্জীয়ন হোৱাৰ পিছত সাধাৰণ সভাৰ প্ৰতিবেদন আৰু যোগ্যতা সম্পন্ন হিচাব পৰীক্ষকৰ প্ৰতিবেদন, সাধাৰণ সভাই গ্ৰহণ কৰাৰ পিছত তলৰ ঠিকনালৈ পঠাব লাগিব।

(৮) এই নিৰ্দেশাৱলী আপোনালোকৰ খত পত্ৰৰ লগত যেন ঘুৰাই দিয়ে।

সমিতিখনৰ পঞ্জীয়ক, অসম
শিলপুখুৰী
গুৱাহাটী - ৭৮১০০৩

আমি নিম্নলিখিত সদস্য সকলে উক্ত সমিতি খন গঠন কৰিবলৈ ইচ্ছা কৰি এই স্মাৰক পত্ৰত স্বাক্ষৰ কৰিলো।

| ক্ৰমিক নং | স্বাক্ষৰ | ঠিকনা আৰু স্বক্ষৰ কাৰীৰ পদৱী | সাক্ষীৰ চহী পদৱী আৰু ঠিকনা |
|---|---|---|---|
| | | | |
| | | | |
| | | | |
| | | | |
| | | | |
| | | | |
| | | | |
| | | | |

স্থাপিত হোৱা তাৰিখ ............................ চন।

# ১৯৬৬ চনৰ গোবৰিশালী ভোটাৰ তালিকাৰ একাংশ (যেনে আছে তেনেকৈ দিয়া হৈছে)

| | | | |
|---|---|---|---|
| মোহন লাহন | প্ৰিয়ৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| সৰুমাই | মোহন | লক্ষীমপুৰ | গোবৰিশালী |
| বিভীষণ বৰুৱা | ৰত্নেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| মাইকন | বিভীষণ | লক্ষীমপুৰ | গোবৰিশালী |
| ভাৰতেশ্বৰী | লক্ষীনাথ | লক্ষীমপুৰ | গোবৰিশালী |
| ভূকান্ত | ৰত্নেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| মুহিলা | ভূকান্ত | লক্ষীমপুৰ | গোবৰিশালী |
| চেঙেলি লাহন | লম্বোদৰ | লক্ষীমপুৰ | গোবৰিশালী |
| কিনাৰাম | -- | লক্ষীমপুৰ | গোবৰিশালী |
| ভোলানাথ | শোমেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| গেৰেলী | ভোলানাথ | লক্ষীমপুৰ | গোবৰিশালী |
| তাহিৰাম | তিলেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| ঘনকান্ত | তাহিৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| হেমকান্ত বৰুৱা | শক্তিৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| আধানী | হেমকান্ত | লক্ষীমপুৰ | গোবৰিশালী |
| ভদ্ৰকান্ত গগৈ | মখাৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| ককৈ | ভদ্ৰকান্ত | লক্ষীমপুৰ | গোবৰিশালী |
| পূনানন্দ | -- | লক্ষীমপুৰ | গোবৰিশালী |
| ৰিক্তেশ্বৰী | পূনানন্দ | লক্ষীমপুৰ | গোবৰিশালী |
| দিননাথ গোহা | ভলৌ | লক্ষীমপুৰ | গোবৰিশালী |
| লক্ষন চন্দ্ৰ | ভলৌ | লক্ষীমপুৰ | গোবৰিশালী |
| ভেচেলি | -- | লক্ষীমপুৰ | গোবৰিশালী |
| ম খগেন্দ্ৰ নাথ | চন্দ্ৰ | লক্ষীমপুৰ | গোবৰিশালী |
| ভদ্ৰেশ্বৰী | খগেন্দ্ৰ | লক্ষীমপুৰ | গোবৰিশালী |
| দমোদৰ লাহন | ডম্বেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| ভিৱী | দামোদৰ | লক্ষীমপুৰ | গোবৰিশালী |
| শোণিত চন্দ্ৰ | ডম্বেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| কলী | শোণিত | লক্ষীমপুৰ | গোবৰিশালী |
| বাণেশ্বৰ শইকীয়া | গনি | লক্ষীমপুৰ | গোবৰিশালী |
| বকুলী | বানেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |

| | | | |
|---|---|---|---|
| কনকেশ্বৰ | -- | লক্ষীমপুৰ | গোবৰিশালী |
| ফুলেশ্বৰী | কনকেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| ফনীধৰ | বানেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| গুণেশ্বৰ | ফনীধৰ | লক্ষীমপুৰ | গোবৰিশালী |
| তিপেশ্বৰ | গনি | লক্ষীমপুৰ | গোবৰিশালী |
| চিতাই চেতিয়া | শতপুৰ | লক্ষীমপুৰ | গোবৰিশালী |
| আইকন | চিতাই | লক্ষীমপুৰ | গোবৰিশালী |
| মনিৰাম | -- | লক্ষীমপুৰ | গোবৰিশালী |
| হেমকান্তি | মনিৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| দেবেশ্বৰ গোহা | বেজিয়া | লক্ষীমপুৰ | গোবৰিশালী |
| দেবেশ্বৰী | দেবেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| গণেশচন্দ্ৰ কোঁৱৰ | ৰবিচন | লক্ষীমপুৰ | গোবৰিশালী |
| মাহগুতি | গণেশচন্দ্ৰ | লক্ষীমপুৰ | গোবৰিশালী |
| ভদীয়া গগৈ | ননিৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| আইজনী | ভদীয়া | লক্ষীমপুৰ | গোবৰিশালী |
| বাপুৰাম | ---- | লক্ষীমপুৰ | গোবৰিশালী |
| নিমাতি | বাপুৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| নালিয়া গোহা | বেজিয়া | লক্ষীমপুৰ | গোবৰিশালী |
| বিমলা | নালিয়া | লক্ষীমপুৰ | গোবৰিশালী |
| গোপাল চন্দ্ৰ লাহন | বগাই | লক্ষীমপুৰ | গোবৰিশালী |
| নয়নতৰা | গোপাল | লক্ষীমপুৰ | গোবৰিশালী |
| পদ্মেশ্বৰ চাংমাই | নাৰায়ন | লক্ষীমপুৰ | গোবৰিশালী |
| লক্ষেশ্বৰী | পদ্মেশ্বৰী | লক্ষীমপুৰ | গোবৰিশালী |
| নীলকান্ত | নাৰায়ন | লক্ষীমপুৰ | গোবৰিশালী |
| বুন্দী | নীলকান্ত | লক্ষীমপুৰ | গোবৰিশালী |
| অকন চন্দ্ৰ | নাৰায়ন | লক্ষীমপুৰ | গোবৰিশালী |
| আইতি | অকন | লক্ষীমপুৰ | গোবৰিশালী |
| ভবকান্ত লাহন | দুৰ্গাধৰ | লক্ষীমপুৰ | গোবৰিশালী |
| পূৰ্ণ্যপ্ৰভা | ভবকান্ত | লক্ষীমপুৰ | গোবৰিশালী |
| দুৰ্গাধৰ | গেন্ধেলা | লক্ষীমপুৰ | গোবৰিশালী |
| গুনকান্ত | দুৰ্গাধৰ | লক্ষীমপুৰ | গোবৰিশালী |
| সোনপাহী | গুনকান্ত | লক্ষীমপুৰ | গোবৰিশালী |
| ধৰ্মকান্ত | দুৰ্গাধৰ | লক্ষীমপুৰ | গোবৰিশালী |

| | | | |
|---|---|---|---|
| বুদ্ধেশ্বৰী | ধৰ্মকান্ত | লক্ষীমপুৰ | গোবৰিশালী |
| দম্বৰুধৰ বৰুৱা | লক্ষীৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| তৰুন কুমাৰ | দম্বৰুধৰ | লক্ষীমপুৰ | গোবৰিশালী |
| সৰুদৈ | -- | লক্ষীমপুৰ | গোবৰিশালী |
| জাতিৰাম লাহন | কৃষ্ণৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| ফুলাদৈ | জাতিৰাম | লক্ষীমপুৰ | গোবৰিশালী. |
| কনবাপ | তাহিৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| বাজতি | কনবাপ | লক্ষীমপুৰ | গোবৰিশালী |
| শশীধৰ | বগাই | লক্ষীমপুৰ | গোবৰিশালী |
| প্ৰতিমা | শশীধৰ | লক্ষীমপুৰ | গোবৰিশালী |
| প্ৰেমকান্ত | বগাই | লক্ষীমপুৰ | গোবৰিশালী |
| নবলতা | প্ৰেমকান্ত | লক্ষীমপুৰ | গোবৰিশালী |
| ধৰ্মেশ্বৰ গগৈ | চুলাৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| ফুলেশ্বৰী | ধৰ্মেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| বকুলী | ধৰ্মেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| বাপাৰাম | চুলাৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| ৰেবতী | বাপাৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| কোষেশ্বৰ | ধৰ্মেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| হিৰণ্যপ্ৰভা | কোশেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| মোষেশ্বৰ | বুদাৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| মদন্তি | মুখেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| দেহীৰাম | বুদাৰাম | লক্ষীমপুৰ | গোবৰিশালী. |
| গুনকান্ত | মুখেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| পুষ্পাৱতী | গুনকান্ত | লক্ষীমপুৰ | গোবৰিশালী |
| গুনেশ্বৰ ফুকন | মুখেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| মৃলানি | গুনেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী |
| তিলিকান্তি | মুখেশ্বৰ | লক্ষীমপুৰ | গোবৰিশালী. |
| মদন চন্দ্ৰ বৰুৱা | শিশুৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| গুনদা | মদন | লক্ষীমপুৰ | গোবৰিশালী |
| ৰসৰাম | -- | লক্ষীমপুৰ | গোবৰিশালী |
| ঘনকান্ত | কেশৰাম | লক্ষীমপুৰ | গোবৰিশালী |
| গুনদা | ঘনকান্ত | লক্ষীমপুৰ | গোবৰিশালী |

